# অসমীয়া সাহিত্য মন্দিৰ

**গুৱাহাটী—শ্বিলং**

অসমৰ খ্যাতনামা লিখক আৰু নাট্যকাৰ

**শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকাৰ**

শকুন্তলা

নৰকাসুৰ

নন্দ দুলাল

বেউলা

ৰুক্মিণী হৰণ

শ্ৰীৰামচন্দ্ৰ

ছত্ৰপতি শিবাজী

কুৰুক্ষেত্ৰ

অসমীয়া সাহিত্যৰ পাৰিজাত

গ্ৰন্থাৱলী

প্ৰকাশৰ ভাৰ হাতত লৈছে

পৰিবেশক

# চপলা বুক ষ্টল

অসমৰ বৃহত্তম পুস্তক প্ৰতিষ্ঠান

শ্বিলং

# চৰিত্ৰ

সূত্ৰধাৰ

দেৱপিতা মাৰীচ

ইন্দ্ৰ সাৰথি মাতলি

মহৰ্ষি কণ্ব*

কণ্ব-শিষ্য শাৰ্ঙ্গৰৱ *

কণ্ব-শিষ্য শাৰদ্বত

কণ্ব-শিষ্য বৈখানস

কণ্ব-শিষ্য নাৰদ

শিষ্য গালৱ

ৰজা দুষ্যন্ত *

ৰাজপুত্ৰ সৰ্ব্বদমন

পুৰোহিত সোমৰাত উপাধ্যায়

বিদূষক মাধব্য

কঞ্চুকী বাতায়ন

সেনাপতি

সাৰথি

নগৰপাল

দুজন প্ৰহৰী

জালোৱা আদি—

নটী

দেৱমাতা অদিতি

কণ্বভগ্নী গোতমী

শকুন্তলা *

অনসূয়া *

প্ৰিয়ম্বদা

অপ্সৰা সানুমতী

ৰাৰেণ্ডৰ লিগিৰী :—

(১) পৰভৃতিকা

(২) মধুকৰিকা

(৩ চতুৰিকা

দুই তাপসী

প্ৰাতিহাৰী বেত্ৰৱতী

যৱনী সেনা আদি—

ডাঙৰ ভাগ

# শকুন্তলা

## প্রস্তাবনা

### নান্দী

যা সৃষ্টিঃ স্রষ্টুরাদ্যা বহতি বিধিহুতং যা হবির্যা চ হোত্রী
যে দ্বে কালং বিধত্তঃ শ্রুতিবিষয়গুণা যা স্থিতা ব্যাপ্য বিশ্বম্।
যামাহুঃ সর্ব্ববীজপ্রকৃতিরিতি যয়া প্রাণিনঃ প্রাণবন্তঃ
প্রত্যক্ষাভিঃ প্রপন্নস্তনুভিরবতু বস্তাভিরষ্টাভিরীশঃ॥

সূত্রধার। অলংকার নাহি প্রয়োজন—
( নেপথ্যে চাহি ) অয়ি নটী ভুবনমোহিনী।
শেষ করি বেশভূষা অঙ্গপ্রসাধন
আইস শীঘ্র, রঙ্গমঞ্চ কর সুশোভন।

( সুসজ্জিতা নটীর প্রবেশ।)

নটী। আর্য্য!
নিবেদন করিছে সম্মান
কিনো হেতু করিলা আহ্বান?

সূত্র। ভদ্রে!
সমাগত সুধীজন সভাতে আমার
সকলেরে ক'রছে অপেক্ষা।
কালিদাস বিরচিত
অভিজ্ঞান শকুন্তলা নাট
তব সাথে আজি অভিনয়।

অভিনেতা অভিনেত্ৰী জনাবা সবাকে
দক্ষতা যোগ্যতা লই অতি সাৱধানে
নিজ নিজ ভূমিকাত অৱতীৰ্ণ হই
সমাগত এই সকলোৰে
কৰিব লাগিব আজি হৃদয় ৰঞ্জন।

নটী। প্ৰযোগ-কৌশল যাৰ অতি অতুলন
নটৰাজ তুমি সূত্ৰধাৰ,
ভালদৰে অভিনয় কৰিলে চালনা
কোনো ত্ৰুটি অৱশ্যে নহয়।

সূত্ৰ (মিচিকিয়াই হাঁহি) শুনা ভদ্ৰে!
হযো যদি অভিনেতা অতিকে নিপুণ
অভিনয় হোৱাৰ আগতে
নোৱাৰে কৰিব গৰ্ব্ব নিজ যোগ্যতাৰ
ফলাফল কাৰ্য্যৰ অন্তত।

নটী (সবিনয়ে) সেই কথা অতি সঁচা জানিছো নিশ্চয়।
কি আদেশ এবে মই কৰিম পালন?

সূত্ৰ। সমুখত পণ্ডিতমণ্ডলী
শ্ৰুতি-সুখ নিমিত্তে সবাৰ
কৰা তেনে উচিত বিধান।

নটী। কোন ঋতু গতি ছন্দে কৰিম বন্দনা?

সূত্ৰ। মধুময় বসন্ত অন্তত
উপভোগ্য গ্ৰীষ্ম ঋতু অতি ৰমণীয়
ধৰণীৰ মোহন অতিথি।
এই গ্ৰীষ্ম ঋতুৰেহ

সেইদৰে সুশোভিতা সউ শকুন্তলা
বাকলি বসন অঙ্গৰ ভূষণ
বিলায় লাৱণ্য যেনে চাৰু চন্দ্ৰকলা !

শকু। চোৱা সখি ! সউ সৰু বকুল পুলিটি
সৰু সৰু ঠালবোৰ লৰে কেনেকুৱ !
মোকেই মাতিছে যেন আঙুলি লৰাই
যাওঁ সখি ! কৰোঁ গৈ অলপ আদৰ। ( যাব খোজে )

প্ৰিয়। সখী শকুন্তলা ! ৰবাচোন ক্ষন্তেক হয়াত।

শকু। কিয় সখি !

প্ৰিয়। কাষত থাকিলে তুমি সউ আমজুপি
লতা-সহচৰ যেন হয় অনুমান।

শকু। এনেকুৱা বাংধালী হোৱাৰ কাৰণে
পালা তুমি প্ৰিয়ম্বদা নাম।

দুষ্য ( স্বগত ) প্ৰিয়ম্বদা কইছে সঁচাকে—
নৱ কিশলয় ৰাগ দীপ্ত অধৰত
কুমলীয়া হাত ছুটি তৰুশাখা প্ৰায়
ফুল্ল শকুন্তলা যাৰ ব্যাপ্ত শৰীৰত
নৱ যৌৱনৰ ফুলে সৌৰভ বিলায়।

অন। পাহৰিলা নেকি সখি, আদৰতে তুমি
বনজ্যোৎস্না নাম থই মাতিছিলা যাক
সহকাৰ সহ যাৰ মধুৰ মিলন
নৱবধু সউ জুপি নৱমল্লিকাক ?

শকু। অনসূয়া ! সেয়ে যদি সঁচা হয়
নিজকেও পাহৰিম মই।
ঠিক সময়তে এই তৰু লতিকাই
লভিব পাৰিছে আজি যৌৱনৰ সুখ।

ফুলৰ আঁজলি লই কোচত ভৰাই
নৱমল্লিকাই যোৱ লভিছে যৌৱন
সেইদৰে পত্র পুষ্প ফল
সমৰ্পিছে সহকাৰে যৌৱন তীৰ্থত।
উপভোগ কৰিছে উভয়ে
যৌৱনৰ মিলন-মদিৰা।

প্ৰিয়। সখী অনসূয়া!
কিবা লক্ষ্য শকুন্তলা বনজ্যোৎস্নাক
দেখুৱাই সমান আদৰ
পাৰিছানে কৰিব ধাৰণা?

অন। কোন সখি বুজা নাই মই

প্ৰিয়। যেনে ভাবে যাগ্য পতি
লভিব পাৰিছে সেই বনজ্যোৎস্নাই
তেনেভাবে সখী শকুন্তলা
মনে মনে কৰিছে কামনা
যৌৱন-নিকুঞ্জ মাজে মোহন অতিথি।

শকু। হও! নিজে যেনে, আনকো দেখিছে তেনে (ফুলত পানী দিয়ে)

দুষ্য (স্বগত) বোধকৰো শকুন্তলা মহৰ্ষি কণ্বৰ
অসবৰ্ণা পত্নীৰ তনয়া
বোধকৰো কিয়?
সেয়ে হব বুজিছো নিশ্চয়
নহলেনো কিয় থাকে পৱিত্ৰ মনত
শকুন্তলা আশ্ৰমত জন্মিল হঠাৎ।
নিশ্চয়েই হব এই তাপসকুমাৰী
ক্ষত্ৰিয়ৰ যোগ্য বিবাহৰ




# নিবেদন

কলেজীয়া জীৱনত সুবিজ্ঞ অধ্যাপকৰ বক্তৃতা [illegible] 'শকুন্তলা' [illegible] পঢ়াৰ সৌভাগ্য আমাৰ হোৱা নাছিল। কিন্তু মনৰ লোভ সামৰিব নোৱাৰি আজি ২।৬ বছৰ পূৰ্বে সুবিজ্ঞ জনৰ সম্পাদিত পুথিৰ টীকা-টিপ্পনি চাই মহাকবিৰ জগৎবিখ্যাত ৰচনা শকুন্তলাৰ কাষ চাপিবলৈ চেষ্টা কৰিছিলোঁ। নগৰে আহৰে বাটে গভাৰে যাত্ৰা হওক বুলি আমাৰ নাটঘৰৰ উপযোগী কৰি 'শকুন্তলা'ৰ এটি নতুন অসমীয়া ৰূপান্তৰ উলিয়াবলৈ হেঁপাহ জন্মিছিল। ভাবিছিলোঁ যোগ বিয়োগ কৰি অলপ সময়তে অভিনয় কৰিব পৰাকৈ নক সংস্কৰণ এটি যুগুত কৰিম। কিন্তু নাটৰ ভিতৰত পকা ভাব-ছন্দ-অলঙ্কাৰ আদিৰ ৰমক-জমক উপবনত প্ৰৱেশ কৰি ভাৰতীয় নন্দন-কাননৰ পাৰিজাত পাহিৰ অঙ্গক্ষত কৰাটো অতিশয় গৰ্হিত কাম হ'ব বুলি বুজিব পাৰিলোঁ। নাটঘৰৰ অভিনয়ৰ বাবে সাম্প্ৰতিকভাৱে কটোৱা টুটোৱাৰ ভাৰ নাট্যমঞ্চৰ গুৰিয়ালসকললৈকে এৰা হ'ল। প্ৰত্যেক নাট্যমঞ্চৰ স্বকীয়া সুবিধা অসুবিধা আৰু অভিনেতা-সকলৰ ব্যক্তিগত ৰুচি-অভিৰুচিৰ প্ৰতি লক্ষ্য ৰাখিহে এই কাম কৰাটো শোভন হ'ব। পঢ়ুৱৈসমাজে হ'লে পুথিখন পঢ়িবৰ সময়ত মূলৰ সকলো কথাকেই পঢ়ি ভাল পাব। সেইকাৰণে আমি পৰাপক্ষত মূলৰ কোনো কথাকেই বাদ দিয়া নাই। অৱশ্যে ভাঙনি সুশ্ৰাব্য কৰিবলৈ আৰু নাটকীয় ভঙ্গী বঢ়াবলৈ ঠায়ে ঠায়ে দুই এটি কথা কম-বেছি বা সামান্য আগ পাছ বা সলনি কৰি দিয়া হৈছে অতি ভয়ে ভয়ে। সংস্কৃতত ভাল অধিকাৰ নথকা আমি এনে এটা দুঃসাহসিক কাম হাতত লৈছোঁ যদিও আমাৰ বুজাৰ দোষত চানেকি কাকত শুধৰোৱাৰ দোষত

উপহাৰ-পিঠি

. . . . . . . . . . . .

চিনস্বৰূপে

. . . . . . . . . . . . . . . . . . . . . .

. . . . . . . . . . . . . . . . . . . . . . . .

. . . . . . . . . .

এই

“শকুন্তলা” খনি

উপহাৰ দিয়া হল।

. . . . . . . . . . . . . . . .

. . . . . . . . . . . . . . . . . .

# দ্বিতীয় তাঙৰণৰ কথা

আমাৰ প্ৰায় আটাইবিলাক নাটেই ছপাব বাকি আছিল। হঠাতে বন্ধুবৰ শ্ৰীযুত বিভূভূষণ চৌধুৰীদেৱে তাৰে ভিতৰৰ এই নাটখনি ছপাবলৈ প্ৰস্তাৱ দিয়াত আমি লৰালৰিকৈ বিশেষ একো সালসলনি নকৰাকৈ 'শকুন্তলা'ৰ দ্বিতীয় তাঙৰণ ৰাইজৰ আগত নিবেদিবলৈ সমৰ্থ হলো। চানেকি-কাকত নিজে শুধৰাব সুবিধা নোহোৱাত নাটখনি সজোৱা-মেলাত অলপ বেমেজালি হৈ গল আৰু ভুলৰ হাত সাৰিব পৰাও নগল। সি যি নহওক যি সকলৰ সহায়-সহানুভূতিৰ কাৰণে আমি পুনঃ পুনঃ সেৱাৰ শৰাই লৈ মাতৃৰ চৰণ তলত থিয় দিব পাৰিছো সেই সহৃদয়শীল অসমীয়া ৰাইজলৈ পুনাই আমাৰ এই নাটখনি মূৰ দোৱাই আগবঢ়ালো।

১৪।৪।৪৭
গুৱাহাটী

বিনীত—
শ্ৰীঅতুল হাজৰিকা।

মহাকবি কালিদাসৰ

অমৰ নাট

# শকুন্তলা

অমিত্ৰাক্ষৰ ছন্দত

অসমীয়া ৰঙ্গমঞ্চৰ উপযোগী কৰি

ৰূপান্তৰিত

ৰচোতা

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা এম এ, বি-এল, বি-টি

অধ্যাপক, কটন কলেজ

গুৱাহাটী




চপলা বুক ষ্টল

অসমৰ বৃহত্তম পুস্তক প্ৰাপ্তিস্থান

শ্বিলং

# ভূমিকা

লিখক—শ্ৰীযুক্ত কৃষ্ণকান্ত সন্দিকৈ

এম-এ (অক্সফোৰ্ড, কলিকতা)

ভাইচ্-চেন্সেলাৰ, গুৱাহাটী বিশ্ববিদ্যালয়

RARY. No.

অসমীয়া ভাষাত শকুন্তলা নাটকৰ একাধিক ভাঙনি হৈ গৈছে। সুকবি শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকাদেৱে মঞ্চৰ উপযোগী কৰি আৰু এটি নতুন ভাঙনি আগবঢ়াইছে। এই ভাঙনিৰ কোনো পাতনিৰ আৱশ্যক নাথাকিলেও হাজৰিকাদেৱৰ আগ্ৰহ অনুসৰি মূল শকুন্তলা নাটকৰ বিষয়ে দুটা-এটা কথা কোৱা হল।

কালিদাসৰ শকুন্তলা নাটক বিশ্বসাহিত্যত কিয় ইমান বিখ্যাত তাক সকলোৱে কোৱা টান। ইয়াৰ অনিৰ্ব্বচনীয়তা গুণেই আকৰ্ষণৰ প্ৰধান কাৰণ। অৱশ্যে ওপৰে ওপৰে কব পাৰি যে সাধাৰণ সজুলিকে কালিদাসে অপৰূপ ৰূপেৰে সজাইছে। 'ক্লেশঃ ফলেন হি পুনৰ্নবতাং বিধত্তে' দুখ-কষ্ট সকল হৈ জীৱনৰ নবীনত্ব সাধন কৰে, এই মৰ্ম্মে কালিদাসৰ এটা নিজৰ কথা আছে। এই কথা শকুন্তলা নাটকত খাটে। পৰবৰ্ত্তী যুগৰ গ্ৰীক-সাহিত্যৰ গল্প-উপন্যাসবিলাকতো দেখা যায় অনেক দুখ-ভোগৰ পিছতহে নায়ক-নায়িকাৰ মিলন হৈছে। কিন্তু এই ৰচনাবিলাকত প্ৰণয়ৰ প্ৰতিবন্ধক প্ৰায়েই বাহিৰা ঘটনা-চক্ৰৰ পৰা হোৱা দেখা যায়। সংস্কৃত কবিসকলে এই ক্ষেত্ৰত আন্তৰিক পৰিশুদ্ধিৰ ওপৰতহে বেছি ভৰ দিছিল।

পাৰ্ব্বতীৰ তপস্যা, শকুন্তলাৰ সামাজিক লাঞ্ছনা, কাদম্বৰীৰ শৰৰক্ষা আদি এই আন্তৰিক পৰিশুদ্ধিৰ একোটা স্তৰ মাথোন। অৱশ্যে কালিদাসৰ কল্পনা-বৈচিত্ৰ্যৰ গুণত শকুন্তলাৰ অগ্নিপৰীক্ষা অধিক প্ৰবল আৰু চিত্তোন্মাথী হৈছে। অকল এয়ে নহয়— কুমাৰসম্ভৱত কালিদাসে পোনতে পাৰ্ব্বতীৰ ৰূপ-যৌৱনৰ উচ্ছ্বাস, তাৰ পিছত কাম-ভস্মৰ ৰূপক আৰু শেষত পাৰ্ব্বতীৰ কঠোৰ তপস্যাৰ চিত্ৰ আঁকি যি নৈতিক শাসনৰ ক্ৰম দেখুৱাইছে তাৰেই পুনৰাভিনয শকুন্তলা নাটকতো কৰিছে। পোনতে মুনি-কন্যাৰ যৌন-উচ্ছৃঙ্খলতা পিছত শিৱৰ নয়নাগ্নিতকৈও ভয়ঙ্কৰ সামাজিক বিবেক ৰূপী দুৰ্ব্বাসাৰ অভিশাপ আৰু শেহত এক বেণীধাৰিণী পৰিত্যক্তা শকুন্তলাৰ চিত্ৰ, তপস্যাৰতা পাৰ্ব্বতীৰ চিত্ৰতকৈ যা অনেক গুণে করুণ উচ্ছৃঙ্খল আবেগৰ উপশম আৰু আন্তৰিক পৰিশুদ্ধিৰ পিছত কালিদাসে প্ৰণযৰ চৰম পৰিণতি দেখুৱাইছে।

আন এফালৰ পৰা চালে শকুন্তলা সাহিত্যৰ উৎপীড়িত নায়িকা নাৰীৰ অন্যায়-সহিষ্ণুতাৰ আন এটা উদাহৰণ। এই ফালৰ পৰা চালে ছকসপীয়েৰৰ ‘জাৰকালিৰ সাধু’ নাটকৰ নায়িকা হাৰমিযনৰ লগত শকুন্তলাৰ অলপ সাদৃশ্য দেখা যায়। দুয়ো এটা ঘোৰ অন্যায়ৰ হেচাত অসীম লাঞ্ছনা ভুগিছে আৰু শেহত দুইৰো অনুতপ্ত স্বামীৰ লগত আকৌ মিলন হৈছে। দুয়ো নাটকতে এই পুনৰ্মিলনৰ দৃশ্য অতি করুণ আৰু গম্ভীৰ। ছেকসপীয়েৰৰ নাটকত এই দৃশ্যত এজনে কৈছে—

.... Do not shun her
Until you see her die again, for then
You kill her double

এই উক্তিয়ে যেন তাৰ মিয়নৰ নিঠুৰ শোকৰ কাহিনী আকৌ জগাই তুলিছে। শকুন্তলা নাটকতো শিশু-সন্তানে যেতিয়া মাকক 'এও কোন আই?' বুলি দুষ্মন্তৰ কথা সুধিছে তেতিয়া শকুন্তলাই মাত্র উত্তৰ দিছে—'সোধ তোৰ ভাগ্যক সোণাই!' এই এষাৰ কথাতে শকুন্তলাৰ নিজৰ দুখ-দুৰ্ভাগ্যৰ সকলো কাহিনী নিহিত হৈ আছে। বাস্তৱতে শকুন্তলা নাটকত এটা নিকুট কান্দোনৰ সুৰ আদিৰ পৰা অন্তলৈকে বিলীন হৈ আছে।

আশ্ৰমৰ পৰা পতি-গৃহলৈ যাবৰ সময়ত শকুন্তলাৰ বিদায় দৃশ্য কালিদাসৰ এটা বিখ্যাত সৃষ্টি। এই দৃশ্যৰ লগত কালিদাসে তেওঁৰ দেশবাসীৰ ঘৰুৱা জীৱনৰ কত শোক-হুমুনিয়া জড়িত কৰি গৈছে তাক ভুক্তভোগীৰ বাহিৰে আনে উপলব্ধি কৰা টান।

আগৰাৰী শুৱনি কাকিনী তামোল
পাছৰাৰী শুৱনি পান,
ঘৰৰ শুৱনী জীয়াৰী ছোৱালী
উলিয়াই দিবলৈ টান।

আদি অসমীয়া বনগীত একোটাতো ভাৰতীয় ঘৰুৱা জীৱনৰ এই করুণ মুহূৰ্ত্তটো ফৰকাল হৈ উঠিছে। মাঘ কবিয়ে পৰ্ব্বত বৰ্ণাওতে লিখিছে—পৰ্ব্বতৰ-জীয়াৰী জুৰি নৈবিলাক স্বামীৰ (অৰ্থাৎ সাগৰৰ) উদ্দেশে গৈছেগৈ; চৰাইবিলাকৰ করুণ চিঞৰ যেন শোকাতুৰ পৰ্ব্বতৰ কন্দোনৰ ধ্বনি। কুমাৰদাস শ্ৰীহৰ্ষ আদি অন্যান্য মহাকবিয়েও এই করুণ দৃশ্যৰ আভাস দিছে, কিন্তু কালিদাসৰ অমৰ লেখনীয়েহে ইয়াক চিৰন্তন কৰি ৰাখিছে।

শকুন্তলাৰ বিদায়-দৃশ্যত প্ৰকৃতিৰ কোমল কোলাৰ পৰা মুনি-কন্যাৰ বিচ্ছেদৰ চিত্ৰও বৰ করুণ। ফুলৰ বাণী কবি আন কবিয়েও নায়িকাক সজাইছে। গ্ৰীক-কবি মেলেয়াগাৰৰ ফুল বৰ্ণনা আৰু লগতে 'ফুলৰ মাজত প্ৰস্ফুটিত ফুল, সান্ত্বনাৰ মধুৰ গোলাপ' ইত্যাদি নায়িকাৰ বৰ্ণনা নিশ্চয় সুন্দৰ। কিন্তু আশ্ৰমৰ স্নেহ-সুশীতল বুকৰ পৰা আঁতৰি যাওঁতে লতাভগিনী, মাউৰা হৰিণা-পোৱালী আদিৰ পৰা শকুন্তলাই কান্দি কান্দি বিদায় লোৱা চিত্ৰৰ তুলনা সাহিত্যত সচৰাচৰ পোৱা নাযায়। সংস্কৃত সাহিত্যত কাদম্বৰীৰ উত্তৰ ভাগত ইয়াৰ এটা ক্ষীণ অনুকৰণ দেখা যায়। চন্দ্ৰাপীড়ৰ মৃত্যুৰ বাতৰি পাই কাদম্বৰী যেতিয়া মৃত্যুৰ উদ্দেশে ঘৰ এৰি যায় তেতিয়া তেওঁৰো প্ৰধান চিন্তা আৰু উদ্বেগ হৈছিল নিজ হাতে ৰোৱা আমপুলি মাধৱীলতা, চকোৰ পোৱালী, পোহনীয়া মৃগশিশু আদিৰ কথা ভাবি। কিন্তু কাদম্বৰীৰ চন্দ্ৰাপীড় এবাৰ মৰিও আকৌ জীছিল। দুষ্যন্ত কিন্তু শকুন্তলাৰ কাৰণে জীযাই থাকিও মৰাৰ নিচিনা হৈছিল। এই কাৰণে শকুন্তলাৰ এটা শুমুনিয়াও অনেক নায়িকাৰ কান্দোনতকৈ বেছি মৰ্ম্মস্পৰ্শী।

কালিদাসৰ অমৰ নাটকৰ এই নতুন ৰূপান্তৰ ৰচনা কৰি কবি হাজৰিকাদেও আমাৰ ধন্যবাদৰ পাত্ৰ হৈছে। ৰচনাৰ সৰলতাৰ কাৰণে আশা কৰো এই অনুবাদ নাট্যামোদী আৰু ৰসগ্ৰাহীৰ প্ৰিয় হব।

(স্বা) শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

সেইবাবে আঁতিগুৰি লবই লাগিব।

শকু। উঃ! নৱমল্লিকাৰ পৰা উৰি গুচি আহি
লোলুপ ভ্ৰমৰ সউ
মুখৰ আগত মোৰ উৰে কেনেকই।
'কযে মোক কৰিছে আমনি।

(কৃত্ৰিম ক্ৰোধেৰে ভোমৰা খেদাৰ ভঙ্গী)

দুষ্য (স্বগত) আহা!
ভ্ৰমৰ পীড়ন এই কেনে মনোৰম
কি সুন্দৰ ভঙ্গী বিৰাজৰ।
ভ্ৰমৰ যিফালে যায়
সেইফালে ঘূৰি চাই
অনিচ্ছাৰে চাৰুবালা,
ভ্ৰুভঙ্গী ক'ৰিছে খেলা
চাও মানে চাবলই আৰু মন যায়।
হে মধুপ!
ঘনে ঘনে কৰিলি চুম্বন
শকুন্তলাৰ সুচঞ্চল কম্পিত নয়ন
কাণৰ কাষত উৰ কৰি বিচৰণ
তুলি তাত মধুৰ গুঞ্জন
ৰহস্যৰ আলাপন কৰিছ সঘন
কৰিছে যেতিয়া বালা হস্ত সঞ্চালন
পান কৰি সুমধুৰ সুধা অধৰৰ
হলি তই আনন্দমগন
শত ধন্য কৰিলি জীৱন।

শকু। সখি। সখি! রক্ষা কর, রক্ষা কর
দুরন্ত ভ্রমরে মোরে ক'রছে পীড়ন
যিকালেই ঘুর চাই
সেইকালে দেখা পাই
এরি যে নিদয়ে লগ
না'চছে মদন।

প্রিয়। মোরা কেবা করিব রক্ষা,
তেনে সাধ্য নাই যে আমার।
তপোবন রক্ষাকর্তা দুষ্মন্ত রজাকে
যাও সখি, আহ্বক তুরন্তে
ত্রাসনাশ করুক তোমার।

দুষ্য (স্বগত) আত্মপ্রকাশের এয়ে—উপযুক্ত মিলিছে সময়!
(প্রকাশ্যে) ভয় নাই, ভয় নাই।
(অর্দ্ধস্বগত) রাজা বলি পরিচয় নকরো প্রকাশ
অতিথি বুলিয়ে দিও চিনাকি নিজর।

শকু এতোতেই লগ মোর নেরিছে ভ্রমরে
যাও আহা সখি, এই ঠাই।

দুষ্য। (আগত আহি) দুর্জ্জনক দণ্ডদাতা প্রচণ্ডবিক্রম
পুরুবংশী নৃপতির থাকোতে শাসন
কার সাধ্য কোন দুরাচারে
তাপসবালাক করে অযথা পীড়ন?

অন। আর্য্য!
বিশেষ ভয়র হেতু নাই তেনেকুরা
আহি এটা দুরন্ত ভ্রমর
ক'রছে আমান এই সখীক আমার।

দুষ্য (শকুন্তলাৰ ওচৰলৈ গৈ) ভদ্রে ! হইছেনে বৃদ্ধি তপস্যাৰ ?

শকু ( তলমূৰ কৰি লাজকুৰীয়া ভাবে ৰয় । )

অন । তোমাৰ নিচিনা দেৱ ।
লভি আজি বিশিষ্ট অতিথি
বৃদ্ধি হব তপস্যা নিশ্চয় ।
যোৱা সখী শকুন্তলা ।
ফল আৰু অৰ্ঘ্য –ক'ত্তৰ
আনাগৈ কুটিৰৰ পৰা ।
জল আছে ঘটত আমাৰ
ইয়াৰেই হব পাদোদক ।

দুষ্য । এনেকুৱা মিঠা সম্ভাষণ
ইয়াকে আতিথ্য বুলি কৰিলোঁ গ্ৰহণ ।
নালাগে কৰিব কষ্ট
যাবলৈ নাই প্ৰয়োজন ।

প্ৰিয় । সেয়ে হলে দেৱ ।
সউ সুশীতল ছাঁৰ
সপ্তপৰ্ণ তৰুমূল বেদিকাত বহি
কৰা তুমি শ্ৰান্তি-অৱসান ।

ৰজা । তোমালোকো পৰিশ্ৰান্ত মোৰ নিচিনাই
বহোঁ আহা সকলোটি তেনে ।

অন । সেয়ে হয়—নিশ্চয় বহিম ।
আহা সখী শকুন্তলা ।
অতিথিৰ উপাসনা কৰ্ত্তব্য আমাৰ ।

শকু (স্বগত) দেখা মাত্ৰে এই সুপুৰুষ
তপোবন বিৰুদ্ধ ভাবনা
কিনো হেতু হল মোৰ হিয়াত উদয় ?

অন। তেৱেঁই জনক এই—আদৰিণী সখীৰ আমাৰ।
সিজনাৰ পৰিত্যক্তা তনয়াই মাথোঁ
লালিতাপালিতা হই মহৰ্ষি কণ্বৰ—আশ্ৰমৰ বঢ়ায় জেউতি।

দুষ্য। কিনো হেতু পৰিত্যাগ কৰিলে ৰাজৰ্ষি?
মহৰ্ষি কণ্বই বাৰু পালে কিনো মতে?

অন। কৰিছিল বিশ্বামিত্ৰে তপস্যা কঠোৰ
ইন্দ্ৰৰ লাগিল ভয় তাকে দেখা পাই।
সেই নিমিত্তেই মাথোঁ—অপেস্বৰা মেনকাক মাতি দেৱৰাজে
মহৰ্ষিৰ তপোভঙ্গ হেতু পুনাই কঠোৰ আজ্ঞা কৰিলে নিয়োগ।

দুষ্য। চিৰকালে ভীৰু দেৱতাই
ভয়ৰ চকুৰে চায় তপস্যা আনৰ। তাৰ পিছে?

অন। মধুৰ বসন্ত কাল দেখি সমুখত
নন্দনৰ মায়াজাল মৰ্ত্ত্য-ভুৱনত
আৰু সেই মোহিনী অপ্সৰা— (লাজতে আৰু কব নোৱাৰিলে।)

দুষ্য। বুজিলোঁ সকলো মই।
মহৰ্ষিৰ ঔৰসত অপ্সৰা গৰ্ভত জন্মলাভ সখীৰ তোমাৰ?

অন। নাই তাত সংশয় অকণো।

দুষ্য। তেনেকুৱা হবই লাগিব। এনে হেন পুণ্যপ্ৰভা তাপসৰমণী
নোৱাৰে সম্ভৱ হব মনুষ্য গৃহত,
এনে হেন স্বৰ্গজ্যোতি বিশ্ববিমোহিনী
নোৱাৰে উদয় হব ধৰাৰ বক্ষত।

শকু (বিনয়ে শিৰ তললৈ)

দুষ্য (স্বগত) মনোৰথ পূৰ্ণ হোৱা নোহে অসম্ভৱ।
সখীসকলৰ শুনি বিদ্ৰূপ বচন
সন্দেহৰ ভাৱ পুনু ওপজে মনত।

সঁচাকৈয়ে শকুন্তলা দুর্লভ ৰতন
হৃদয় শীতল হব
কৰিব পাৰিলে মই বুকুত ধাৰণ।

প্ৰিয় (মিচিকিয়াই হাঁহি শকুন্তলাৰ কাণে চাই)
সখী শকুন্তলা! আজ যেন কিবা প্ৰশ্ন সুধিব আগাই
তেনেকুৱা হয় অনুমান।

শকু (আঙুলিৰে পিয়ম্বদাক ভৎসনা কৰে

অনু। সত্য অনুমান।
সত্য কথা শুনিবৰ বাবে
শুচা নাই এতিয়াৰ মনৰ তেপাত
আজ পশ্ন খেলিছে মনত

প্ৰিয়। ইচ্ছামত কৰা প্ৰশ্ন দিম সমিধান
তাপস তনয়া আমি
বাধা নাই কোনো প্ৰশ্ন সোধাৰ কাৰণে।

অনু। সোধো এটা কোমাসাৰ সখীৰ বিষয়ে।
সংসাৰ নিৰ্মিলন যত্ন দিনলৈ
সিদিন পৰ্যন্ত কেৱ
পালিবনে সুকঠোৰ ব্ৰহ্মচৰ্য্য ব্ৰত?
কিম্বা—অনুৰূপ নিজ নয়নৰ
মৃগাঙ্কনা নয়নকে চাই
তাকেই লগত লই এই আশ্ৰমত
কটাবনে গোটেই জীৱন?

প্ৰিয়। সেই কথা কওঁ কেনেকই?
চিৰোতাতো নহয় স্বাধীনা
ধৰ্ম্ম কৰ্ম্ম সকলোতে পৰৰ তলত।

ভদ্রে ! সেইবাবে আৰু
নোৱাৰে অধিক শ্ৰম কৰিব সখিয়া।
লোৱা এই আংঠিটি মোৰ,
ঋণমুক্তা কৰিলোঁ ময়েই।

( আঙুলিৰ পৰা আংঠি খুলি দিয়ে। )

সখীসকল ( ৰজাৰ নাম লিখা আংঠি দেখি বিস্ময়ত ইজনীয়ে সিজনীলৈ চায় )

অনু। ৰজাৰহে দান ই আঙঠি।
নকৰিবা আশঙ্কা অলপো—
ভাবি লবা মোকে ৰাজপুৰুষ বুলি।

প্ৰিয়। তপোবনবাসিনী আমি যে—
অলঙ্কাৰ নাই প্ৰয়োজন।
লোৱা দেৱ !
আঙুলিতে আঙঠিটি থাকক তোমাৰ
মধুৰ বচন দানে
ঋণমুক্তা কৰিলা সখীক।
সখী শকুন্তলা !
ভালদৰে মনত ৰাখিবা
ৰজা বা ৰাজৰ্ষি যিয়েকি নহক এওঁ
কৰিলে তোমাৰ এই ঋণ-পৰিশোধ
অনায়াসে যাব পাৰা এবে।

শকু ( স্বগত ) থাকিলহেতেন যদি শক্তি যাবলই।
( প্ৰকাশ্যে ) যাওঁ বা নাযাওঁ মই
সেই কথা তোমাক কোলেই ?

অনু। ( স্বগত ) নোৱাৰোঁ বুজিব মন তাপসীবালাৰ।
জন্মিছেনে অনুৰাগ মোৰ নিচিনাই
উঠিছেনে এক দৰে প্ৰাণত স্পন্দন ?

মুখেৰে নকয় কথা
গুণুনায় প্ৰীতিৰ আলাপ
কিন্তু অতি মনোযোগে
কাণ পাতি শুনে মোৰ প্ৰতি কথাকেই।
নোখোজে আগত মোৰ বয় বেছি পৰ
কিন্তু পুনু
দৃষ্টি নাই আন কোনো ফালে।

নেপথ্যত ঋষি। সাৱধান। সাৱধান তাপসসকল!
আশ্ৰমৰ ওচৰতে দুষ্যন্ত নৃপতি
মৃগয়াৰ কৰিছে সন্ধান।
ৰথ দেখি ভয় খাই বন-হস্তী সউ
তপোবন পদাৰ্পণ কৰি
দশোদিশে জন্মায় বিঘিনি
মৃগকুল পলায় লৰৰি।

দুষ্য (স্বগত) ধিক মোৰ জীৱনত!
তাপসৰ ওচৰত মযে অপৰাধী।
মোকেই বিচাৰি আজি অনুচৰবোৰে
কৰিছে অশান্তি সৃষ্টি শান্তিৰ পুৰিত।

অন। আৰ্য্য! অনুমতি কৰিলে প্ৰদান
যাওঁ আমি কুটিৰৰ ফালে।
বনৰীয়া হাতী আজি ওপজালে ভয়।

দুষ্য (সবিনয়ে) যোৱা বাক তোমালোক।
মযো যাওঁ - চাওঁ চেষ্টা কৰি
আশ্ৰমৰ যাতে একো নিমিলে বিঘিনি।

(সকলো যাবলৈ সাজু হয়।)

প্ৰিয়। আৰ্য্যা।
নচল অলপো কৰা অতিথি শুশ্ৰূষা।
লাজেই লাগিছে কব
পাম জানো দৰ্শন তুনাই
দুষ্য। তেনে কথা কিয় কোৱা বালা?
তাপসকন্যাৰ এই দৰ্শন লাভেই
অতিশয় যোগ্য অভ্যৰ্থনা।
শকু (কিছু দূৰ গৈ ঘূৰি) ৰবা সখী অনসূয়া!
চোৰাচোন কেনেকৈ মোক
কুশবনে বিঁধিছে ভৰিত
কুৰুবক গছৰ ডালত
লাগি ধৰে বাকলি বসন
এৰাব নোৱাৰোঁ সহজে।
ৰোৱা এক্ষন্তেক
এৰাই লওঁ লাহে লাহে।
(কাঁইট এৰোৱাৰ ছলেৰে আলসপলম কৰি ৰাজকুৰীয়া পানে দুষ্মন্তলৈ চাবি ঘূৰি
শকুন্তলাৰ প্ৰস্থান। অনসূয়া আৰু প্ৰিয়ম্বদাও লগত যায়।)
দুষ্য। ঘূৰি যাব ৰাজধানীলৈ
নাই আৰু উৎসাহ মনত।
ওভতাই এই মোৰ মায়া কাননত
কৰোঁ মই শিবিৰ স্থাপন
সৈন্য বাৰ থাকক তাতেই।
শকুন্তলা! শকুন্তলা!!
প্ৰাণে মোৰ বিচাৰে তোমাক
একোতেই মনে মোৰ নামানে প্ৰবোধ।

প্ৰাণহীন দেহ মাথোঁ যায় আগলৈ
মন কিন্তু থাকিল পিছত।
চীনা পাট কাপোৰৰ বিজয় পতাকা
আগবাঢ়ি গলেও যিদৰে
নৃত্য কৰে পাছফালে বায়ু তৰঙ্গত। [প্ৰস্থান।]

---

ঐক্যতান

# দ্বিতীয় অঙ্ক

## তপোবনৰ ওচৰৰ শিবিৰ

[বেজাৰ মনেৰে বিদূষকৰ প্ৰৱেশ।]

এইবাৰ আৰু ৰক্ষা নাই। ভাল এই আপদীয়া ৰজাপাটৰ লগত মৃগয়ালৈ আহি ছিলোঁ। ইপিনে বিপৰীত ঋতু— তাতে আকৌ [illegible] পাতো অলপ আহৰি নাই। ইফালে বাঘ—সিফালে গাহৰি—সিফালে ভালুক, জাকে জাকে ওলায়হে ওলায়। কুৰ বাপেকে পাছে পাছে খেদি, কিমান পাৰ। গছ-গছনি নোহোৱা বননিৰ মাজে মাজে—পৰ্ব্বতীয়া নৈৰ পানী একোচলু খাই আৰু কিমান টিকিলং কৰি ফুৰিম? দেহে পাৰিলেহে হৈছে। ৰাতি চাইলাবো শান্তিৰে শুব নোৱাৰোঁ। কাণৰ কাষতে বাঘৰ গোজৰণি—ভালুকৰ দেদাউৰি কিমান শুনিবা? আকৌ ৰাতিপুৱা মাথেই ব্যাধবোৰৰ ভীষণ আটাহ শুনি ধাৰিপাটি নোৱাৰিলেই নহয়। সিও বিশেষ ভাবিবলগীয়া নাছিল—

ডিঙিৰ ওপৰত এই বিহফোৰাটো নোলোৱাহেঁতেন। পছু খেদি খেদি আমাৰ স্বৰ্গদেও ভুখৰি সোমালগৈ অৰণ্যৰ ভিতৰত। মোৰেই পোৰা কপাল—সেই অটবী শাৰিৰ মাজতো এগৰাকী মুনিৰ ছোৱালী ওলাব পাযনে? এতিয়া আৰু সখিৰ—

ঘৰতো নৰহে মনে অ' সমনীযা

বনতো নপৰে মন,

কপোৰা তুলাবোৰ যেনেকৈ উৰিছে

তেনেকৈ উৰিবৰ মন।

এই চিন্তাতেই সখিৰ ৰাতি পুৱায়। (অলপ সময় চৈহলি) এতিয়া দেখিছোঁ যেতিয়ালৈকে সখিৰ ডিঙিত জপমালা শকুন্তলাক আঁৰি দিব পৰা নাযায তেতিয়ালৈকে একো উপায়েই নাই। যি নহওক এবাৰ সখিক দেখা কৰিবহে আছো। (দূৰত ৰজাক দেখি) বোলো বন্ধু! ভাবৰ ভাই যিহকে ভাব তাকেই পায। সৌৱা স'হ এই ফালেই আহিছে—ডিঙিত বনফুলৰ মালা—হাতত ধনুশ্বাণ। মযো চোন ত্ৰিভঙ্গ মূৰ্ত্তিকেই ধৰি থাকো।

(টোকণত ভৰ দি দৰা হৈ থিয় দি থাকে। ভাবি ভাবি ৰজাৰ প্ৰবেশ।)

ৰজা (স্বগত) নহয় সহজে লাভ প্ৰিয়া শকুন্তলা।

কিন্তু তেওঁ আকাৰে ইঙ্গিতে

প্ৰকাশিলে আশ্বাসৰ ভাব

বিযাকুল মন মোৰ

শকুন্তলা মহাৰত্ন লাভৰ কাৰণে

ভালপালে সুখ ভাবিলেও সুখ

আৰু সুখ,—সঙ্গসুখ কৰিলে কামনা।

(অলপ চিন্তা কৰি) যি জন প্ৰণযপ্ৰাৰ্থী সেইজন বাৰু

হয় নেকি ইদৰে বঞ্চিত?

শুক নিতম্বৰ ভাৰ সহিব নোৱাৰি
ধীৰে ধীৰে প্ৰিয়া মোৰ যায় আগবাঢ়ি।
যাওঁ নে নাযাওঁ কৰি ঘূৰি ঘূৰি চায়
বুজিব পাৰিলোঁ তাকে মোক ভাল পায়।
নাযাবা বুলিলে সখী—তথাপি যেতিয়া
বিৰক্তি বচন মোৰ কলে প্ৰাণ প্ৰিয়া
বুজিব পাৰিলো মই লাজুকী স্বভাৱ
মোৰ প্ৰতি কেনেকুৱা ভালপোৱা ভাৱ।

বিদূ। হে ভো স্বৰ্গদেৱঃ! হাত ভৰি লৰাবলৈ মোৰ ক্ষমতা নাই মুখৰ কথাৰেই তোমাক আশীৰ্বাদ কৰিছো—জয়তু ভবান।

ৰজা। সখা, কিয় এই বিভঙ্গ মূৰতি?
কিদৰে তোমাৰ গাত লাগিল আঘাত?

বিদূ। বোলোঁ সুধিছাহে কিৰূপে আঘাত লাগিল? চকুত আঙুলি সুমুৱাই চকুপানী উলিয়াই লৈছা। তাৰ পিছত সুধিছা—চকুপানী ওলাইছে কিয়?

ৰজা। নোবুজিলোঁ একোকে বুজাই
কোৱা স্পষ্ট কৰি।

বিদূ। বোলোঁ তাৰ আগেয়ে মোকেই তুমি কোৱাচোন—বেতগছ যে কুঁজা হৈ হালি পৰে নিজৰ প্ৰভাৱত নে নদীৰ সোঁতত?

ৰজা। নদীৰ সোঁতেই তাৰ প্ৰধান কাৰণ।

বিদূ। বোলোঁ সেইদৰে—সেইদৰেই মোৰ গাৰ আঘাতৰ বাবে তুমিয়েই অৰ্থাৎ সখি শ্ৰীমন্ত দুষ্যমন্তই কাৰণ।

ৰজা। কিনো দৰে - কোৱা সখা মোৰ।

বিদূ। বোলোঁ চিৰকলীয়া ৰাজকাৰ্য্য এৰি বনচৰৰ বৃত্তি ধৰাটো জানো তোমাৰ কৰ্ত্তব্য? মই নিৰ্জলা ব্ৰাহ্মণ—প্ৰত্যেক দিনেই জানো এই

দৰে হিংস্র জন্তুৰ পাছে পাছে খেদি ফুৰোতে শৰীৰৰ গাঠিবোৰ ঢিলা নোহোৱাকৈ থাকিব পাৰে? হাত ভৰি আৰু নচলা হল। অনুগ্ৰহ কৰি এদিনলৈ হলেও বিৰাম লবলৈ দিয়া স্বৰ্গদেও।

ৰজা (স্বগত) অতি সহজ কথাকেই কইছে ব্ৰাহ্মণে

মোৰো আৰু মৃগঘাত জন্মিছে বিৰাগ।
যিবোৰ মৃগহ থাকি প্ৰিয়াৰ কাষত
প্ৰতিদান চকুৰ চাৱনি
কৰে শিক্ষা দান
দেখিলে আগত মই সেই মৃগগণ
হাতেতেহ ৰয় ধনুৰ্ব্বান।

বিদূ। বোলো মনে মনে আকৌ চিন্তা কিহৰ? মিছাতেই মই অৰণ্য ৰোদন কৰিলো নেকি? গালো বালো খোলাকাতিৰ তাল।

ৰজা (মিচিকিয়াই হাঁহি) ভবা নাই আন কথা মই
অলঙ্ঘ্য বন্ধুৰ বাক্য—ভাবিছো তাকেহে।

বিদূ। তেনেহলে চিৰং জয়তু ভবান্। অহং গম্যতাং। (যাব খোজে।)

ৰজা। ৰবা সখা, আছে আৰু কথা।

বিদূ (ঘূৰি আহি) শুনোঁ আদেশ কাৰ্য্য কি আছে।

ৰজা। ক্লান্তক দেৰি এহ
বাঢ়িব সহায় মোক সামান্য কাৰ্য্যত।

বিদূ। কি? সন্দেশ খাব লাগিব নেকি?

ৰজা। শুনাচোন মোৰ কথা আগে।

বিদূ। প্ৰস্তুত। সেইবাবে বলো শুৰ হই।

ৰজা। কোন আছ [ৰৈৱতকৰ প্ৰৱেশ।]

ৰৈব। স্বৰ্গদেও! কিবা আজ্ঞা কৰিম পালন?

ৰজা। ৰৈৱতক।

সেনাপতি আহে যেন আগলাই মোৰ।

বৈৰ। যিবা আজ্ঞা অৱশ্যে পালিম।

( প্ৰস্থান * * সেনাপতিৰ লগত পুনৰ প্ৰৱেশ।

বৈৰ। সৌ যে স্বৰ্গদেও — চাৱা অগনৰ।

সেনা। চোৱা বৈৰতক।

যদিও মৃগয়া কৰা দোষৰ বিষয়

তথাপি প্ৰভুৰ গাত

সেযেহে অশেষ গুণ জানে সৰ্ব্ব জনে।

হস্তী সম পৰ্ব্বতবিহাৰী

বলৱন্ত প্ৰভুৰ শৰীৰ।

ধনু ধৰি বনবাসী পশু

কৰিলেও সদায় সংহাৰ

সূৰ্য্য তেজে সেই বল থাকিব অটুট।

হয়ো যদি কৃশ অঙ্গচয়

তথাপিতো সুগঠিত বিশাল শৰীৰ

নোৱাৰি বুলিব ক্ষীণ জানিবা ধুৰুপ।

( ৰজাক , স্বৰ্গদেও ! ক' চাক।

হিংস্ৰ জন্তু পৰিপূৰ্ণ এই অৰণ্যত

কিবা এবে কৰ্ত্তব্য আমাৰ ?

ৰজা। সেনাপতি !

মৃগযাক নিন্দা কৰি সখা মাধব্যই

সমূলি কমালে আজি উদ্দীপনা মোৰ।

সেনা ( মাধব্যক ) বাৰু, যত পাৰা বাধা দিয়া তুমি।

সন্তোষলগোৱা কথা কই মই আমাৰ

মযো কৰোঁ সন্তুষ্ট প্ৰভুক।

(ৰজাক) স্বৰ্গদেও! বলিযাৰ প্ৰলাপত
কাণ দিযা নহয উচিত।
মৃগযাৰ যত্তমানে গুণ
নৃপতি নিজেই তাৰ প্ৰত্যক্ষ প্ৰমাণ।
মৃগযাই কৰে মেদ ক্ষয
ক্ষীণ হয বৃহৎ উদৰ
লঘু শৰীৰত জন্মে অসীম উচাহ
পৰিশ্ৰম কৰিলেও নহয কাতৰ।
মুখ দেখিলেই চিনি,
ক্ৰোধ আৰু ভযত যেতিযা
পশুৰ চিত্তত জাগে
বিকাৰৰ ভাব কেনেকুৱা।
চল চাই [illegible] সমস্ত
লক্ষ্যভেদ কৰিব পাৰিলে
[illegible] কিমান।
এনে কেনে মৃগযাক দোষ বুলি কই
মত আদি শাস্ত্ৰকাৰগণ
সঁচা কোনো [illegible] মনত।
[illegible] সমান আনন্দ
জগতত নাই কদাচন।

বিদু। মই কোনোমতে মহাৰাজক বুজাই বৰাই শান্ত কৰিছোঁ—ওলালহি পোহাৰীৰ [illegible]ক। বোলো [illegible] ভালে আঁতৰ হোৱা। বৰ উৎসাহ দিওতা জন ওলাব [illegible]। [illegible] দীঘল নাক—ভালুক ককায়ে পাই তাতে চুমা খালে আমাৰ পৰিত্ৰাণ [illegible]

ৰজা। [illegible] কি

আশ্রমৰ ওচৰত থাকি
নোৱাৰিলোঁ সমৰ্থন কৰিব তোমাক।
আজি মোৰ মৃগয়া নিষেধ।
শিঙে শিঙে যুঁজ কৰি পানী চটিয়াই
থাকক মহৰ পাল নাদুৰি সাঁতুৰি
শ্ৰেণীবদ্ধ মৃগযূথ ৰোমন্থন কৰি
সুশীতল তৰু তল কুৰক বিচাৰি
বোকা পানী গাত সানি ভুঞ্জি তৃণ মূল
থাকক নিশ্চিন্ত হই বৰাহৰ কুল।
ধনুৰ আঁতৰ হই কৰি অৱস্থান
লভক জিৰণি আজি মোৰ ধনুৰ্ব্বাণ।

সেনা। সেয়ে হক—নৃপতিৰ যেনে অভিৰুচি।

ৰজা। যোৱা যেনে আগবাঢ়ি গ'ম।
ধনুৰ্দ্ধৰ সৈন্যসকলক
কৰিবা নিষেধ মোৰ আদেশ শুনাই।
শান্তিময় এই তপোবন
নকৰুক যেন তাত অশান্তি অলপো
অৱস্থান কৰে আঁতৰত।
আশ্ৰমৰ মুনিগণ শান্ত প্ৰকৃতিৰ
সেই তেজ বাহিৰৰ হীন তেজে যদি
কৰে আক্ৰমণ
অচিৰে তাৰেই হব অগ্নি উদ্গীৰণ।

সেনা। যি আদেশ স্বৰ্গদেও!

বিদূ। যা এতিয়া দাঁত চেলাই দাসীৰ পুতেক! তোৰ সকলো আশা ভৰসা অধঃপাতে যাওক—হতশ্ৰী হওক। [ সেনাপতিৰ প্ৰস্থান। ]

ৰজা। ত্যাগ কৰা সকলোৱে মৃগয়াৰ্থী বেশ।
বৈৰতক! যোৱা তুমি নিজ স্থানলই।

বৈৰী। শিৰোধাৰ্য্য প্ৰভুৰ আদেশ। [ প্ৰস্থান ]

বিদূ। উস্—কোনোমতে ৰক্ষা পাবিলোঁ। মাথি এটা পৰ্য্যন্ত নেহোৱা কল। এতিয়া এই গছৰ তলৰ শিলচটাতে বহি মূৰ জুৰ কৰা যাওক। আহাঁ স্বৰ্গদেও, এক্ষন্তক বহাহি।

ৰজা। বহাচোন তুমিয়েই আগে।

বিদূ। একো কথা নাই। ( দুয়ো বহে। বিদূষকে গামোচাৰে বিচে। )

ৰজা। সখা মাধব্য! দৰ্শনীয় বস্তুৰ মাজত
যিটি বস্তু অতিশয় যোগ্য দৰ্শনৰ
নেদেখিলা তাকেই যেতিয়া
নোৱাৰিলা দৃষ্টিশক্তি কৰিব সাৰ্থক।

বিদূ। কিয়? তুমি দেখোন মোৰ চকুৰ আগতে জলজল পটপট হৈ জিলিকি আছা। তোমাক দেখিয়েই আছোচোন।

ৰজা। সকলোৱে ভাল দেখে নিজৰ বস্তুক।
আশ্ৰমৰ অলঙ্কাৰ সেই শকুন্তলা
তেওঁকেই লক্ষ্য কৰি কইছোঁ তোমাক।

বিদূ (স্বগত) আকও সেই শকুন্তলা! এই ৰোগ আৰু বাঢ়িব দিব নোৱাৰি। (প্ৰকাশ্যে) ওহে বন্ধুবৰ! শকুন্তলা যে মুনিৰ জীয়াৰী। তেওঁৰ ওপৰত তোমাৰ শুভদৃষ্টি পৰিলে লাভৰ হলে আশা নাই একো।

ৰজা। মূৰ্খ তুমি শতধিক বচন তোমাৰ!
পাবৰ নিমিত্তে জানো পৃথিবীৰ নৰে
চাই থাকে একে ধ্যানে পূৰ্ণিমাৰ জোন?
তদুপৰি—নাযায় যি বস্তু পোৱা

তাৰ প্ৰতি দুষ্যন্তৰ মন
হয় জানো আকৃষ্ট ইমানে ?
সুৰসুন্দৰীৰ কন্যা এই শকুন্তলা
প্ৰসৱৰ পিছতেই যাক
অপেশ্বৰা নিঠুৰা জননী
এৰি গল নিবিড় বনত।
মহৰ্ষি কণ্বই পাই
নিজ কন্যা সম জ্ঞানে
আশ্ৰমতে তুলি-তালি কৰিলে ডাঙৰ।

বিদূ। একেবাৰে মিছা। খেজুৰি খাই মহাৰাজৰ এতিয়া বনতেতেলিৰে জিভাৰ ৰুচি সলাবৰ মন হৈছে। সদায় অন্তঃপুৰবাসিনী যুৱতীসকলৰ লগত থাকি অলপ আমুৰাইছে সেইদেখি কিবা বোলেনে—

ৰজা। দেখা নাই সেই শকুন্তলা
সেইদেখি মাথোঁ
এনে কথা আহিছা মুখত।

বিদূ। স্বৰ্গদেৱ! তোমাৰ মুখত শুনিহে আহিছোঁ। তেওঁ যে অতিশয়কৈয়া অতুলনা সুন্দৰী সেই কথাত মই তিলমানো অবিশ্বাস কৰা নাই।

ৰজা। বন্ধু মোৰ! সেই সৌন্দৰ্যৰ কথা
কিনো আৰু বৰ্ণাম অধিক ?
গোটেই বিশ্বৰ ৰূপ কৰি আহৰণ
অপৰূপ যতমানে মধুৰিমা
একে ঠাইতেই আনি বিশ্বপতি নিকৰে
নিৰুপমা শকুন্তলা গঢ়িছে প্ৰতিমা।

বিদু। যদি সেয়েই হয় শকুন্তলাই কাপেৰে বিশ্বৰ সকলো ৰমণীকে পৰাস্ত কৰিব।

ৰজা। তাকে মযো ভাবোঁ সঁচা বুলি
অনাবিদ্ধ ৰত্ন যেন উজ্জ্বল শোভিত
অনাঘ্ৰাত ফুলপাহি বিশ্ববিমণ্ডিত
অখণ্ড পুণ্যৰ ফল—নব মধু জলমল
কোনো জনে লোৱা নাই যাৰ আস্বাদন
নিষ্পাপ সৌন্দৰ্য্য সেই অতি অতুলন।
নখে যাক বিন্ধা নাই
নৱ কিশলয় প্ৰায়
অমূল্য ৰতন সেই শকুন্তলা-নিধি
সাজানো ৰাখিছে লেখি কাৰ লাগো বিধি।

বিদু। তেনেহলে আৰু পলম কৰাৰ সকাম নাই স্বৰ্গদেও। ইঙ্গুদী তেল গাত ঘঁহি তেলতেলীয়া হৈ থকা কোনো তপস্বীয়ে সেই শকুন্তলা আইদেউক পালে পকা বগৰি বুলি টুপ্‌ কৰি গিলি পব।

ৰজা। পৰাধীনা শকুন্তলা - নাই সেই ভয়
গুৰু জন ওচৰত নাই যে সম্প্ৰতি।

বিদু। বাৰু স্বৰ্গদেও! তোমাৰ প্ৰতি তেওঁৰ অনুৰাগ পূৰ্ব্বৰাগ আদি ৰাগৰাগিণীবোৰ কোনে ধৰণৰ?

ৰজা। সেই কথা বুজি পোৱা নহয় সহজ।
স্বভাৱতে ঋষিৰ কন্যাই
নকয় সৰহ কথা—অল্প মিষ্টভাষী,
তথাপিতো মোক দেখি পাছে
চকু দুটি তললৈ নমালে ধাৰেৰে।
দেখা পালোঁ কথাৰ ভাবতে

মুখত উজলি উঠা হাঁহিব বিজুলী।
যদিও জনোৱা নাই স্পষ্ট অনুৰাগ
ৰখা নাই সংগোপনে হৃদয়ৰ ভাব।

বিদূ। বোলো তাকে নকৰি এতে চাবে কোলাত জপিয়াই পৰিবহি বুলি ভাবিছা নেকি ?

ৰজা। লাজতে বাউলি হোৱা গাল দুখনিত
ভালপোৱা ভাব মই দেখিলোঁ নিশ্চিত।
যাওঁনে নাযাওঁ কৰি বিদায় কালত
চমকি থমকি গই বল ভাঁতৰত।
কুশৰ কাঁইটে বিন্ধে কুমলীয়া পাৱ
চাওঁনে নাচাওঁ কৰি চাবলই ভাও।
গছৰ ডালত লাগে বুকুৰ বসন
ছলনাৰে এৰাব অঙ্গ আভৰণ।

বিদূ। তেন্তে আৰু চিন্তাৰ কাৰণ কি ? বাটৰ খোৱাক জোগাৰ হৈছে যেতিয়া তাকে লৈ তপোবনলৈ গম্যতাং কৰা। তপোবন যেন তোমাৰ নিমিত্তে ৰম্যবন হয়।

ৰজা। কিন্তু সখা, তুমিয়েই কোৱাচোন বাৰু
তাপসসকলে যাতে নোৱাৰে চিনিব
তেনেকুৱা কিনো উপায়েৰে
যাওঁ মই পুনৰবাৰ তপোবনলই ?

বিদূ। তোমাকো আকৌ উপায় লগা হলনে ? তুমিয়েই হৈছা এই তপোবনৰ ৰজা।

ৰজা। সেই বুলি ?

বিদূ। তাপসসকলক কলেই হল যে মোক তোমালোকে গোটেই অনা

নীবাৰ অৰ্থাৎ খাদ্য-সামগ্ৰীৰ পৰা ৰাজকৰ ষষ্ঠাংশ দিয়া। মই সেই কৰ তুলিবলৈ আহিছোঁ।

ৰজা। মূৰ্খ তুমি। বুজা নাই—তাপসৰ কৰ
পাৰ্থিৱ ৰত্নতকই শ্ৰেষ্ঠ শতগুণে।
গৃহীজনে শস্যৰ ষষ্ঠাংশ—যি কৰ শোধায়
সেই কৰ ক্ষয় পায় অতি সহজতে।
কিন্তু—তপস্যাৰ ষষ্ঠ অংশ তপস্বীৰ দান
সেই ৰত্ন অক্ষয় অব্যয়।

নেপথ্যত ঋষিকুমাৰ। সিদ্ধি হল মনোৰথ সহজে আমাৰ

ৰজা। কণ্ঠস্বৰ প্ৰশান্ত গম্ভীৰ
আশ্ৰমৰ তপস্বী সম্ভৱ। [ বৈৰতকৰ প্ৰৱেশ। ]

বৈৰ। স্বৰ্গদেও, দুৱাৰত তপস্বী দুজন।

ৰজা। আহক দুৰন্তে।

বৈৰ। যি আদেশ। [ প্ৰস্থান। ঋষিকুমাৰ দুগৰাকিৰ প্ৰৱেশ। ]

১ম ঋ। শোম্য শান্ত তেজোদ্দীপ্ত মূৰ্তি কি সুন্দৰ
দেখিলে নালাগে ভয়—আনন্দহে হয়।

২য় ঋ। এৱেঁনে ইন্দ্ৰৰ সখা দুষ্যন্ত নৃপতি?

১ম ঋ। সত্য।

দুয়ো। নৃপতিৰ জয় হোক। (আশীৰ্ব্বাদ কৰি ৰজাক ফলউপহাৰ দিয়ে।)

ৰজা। দুয়োকো অভিবাদন কৰিলোঁ জ্ঞাপন।

দুয়ো। নৃপতিৰ মঙ্গল হওক।

ৰজা। কিবা হেতু আগমন জনালে কাৰণ
হম মই কৃতাৰ্থ পৰম।

১ম ঋ। মহাৰাজে কৃপা কৰি এই আশ্ৰমত
অৱস্থান কৰিছে যেতিয়া
মুনিগণে সেই কথা কৰি অৱধান
নিবেদন জনায় প্ৰাৰ্থনা।

ৰজা। সি যে মোৰ পৰম সৌভাগ্য।

১ম ঋ। কুলপতি কণ্ব এবে নাই আশ্ৰমত
এই সময়কে ভাবি সোণালি সুযোগ
যাগ যজ্ঞ অপবিত্ৰ কৰি
ৰক্ষবোৰে জন্মায় বিঘিনি।
তাপসৰ নিবেদন:
মহাৰাজে আশ্ৰমত কৰি অৱস্থান
কৰক যেন ৰাক্ষস দমন
শান্তিময় হয় তপোবন।

বিদ। (স্বগত) এইবাৰ দেখোন পাখাৰে মতৰ থুটি। (প্ৰকাশ্যে) স্বৰ্গদেও! ই তোমাৰ প্ৰতি অনুকূল অনুগ্ৰহ মাথোন! তুমিতো ইয়াকেই বিচাৰিছিলা।

ৰজা। ৰৈৱতক! ৰথ সাজি আহক সাৰথি।

ৰৈৱ। যথা আজ্ঞা স্বৰ্গদেৱ। [প্ৰস্থান।]

১ম ঋ। পুৰুবংশী নৃপতিসকল
আৰ্তত্ৰাণ পবিত্ৰ যজ্ঞত
চিৰকাল আছিল দীক্ষিত।
সেদৰে তুমিও আজি দুষ্মন্ত নৃপতি
কৰি যোগ্য কাম
সেই পূৰ্বপুৰুষৰ ৰাখিলা সন্মান।

ৰজা। তোমালোক অগ্ৰসৰ—যাম মই অলপ পিছতে।

২য় ঋ। কণ্ঠত বিজয় মালা লভক নৃপতি। [ ঋষিকুমাৰৰ প্ৰস্থান। ]

ৰজা। হে সখা মাধব্য! শকুন্তলা দৰ্শনৰ হেতু
নাই জানো অভিলাষ হিয়া তোমাৰ?

বিদূ। ইমান পৰেতো সেই ইচ্ছা বিলকুল আছিল। পিছে এতিয়া ৰাক্ষসৰ কথা শুনিছে পেটতে গাত লৰি লুকাইছে।

ৰজা। ভয় নাই অলপো তোমাৰ—থাকিব পাৰিবা তুমি ওচৰতে মোৰ।

বিদূ। যদি কোনোৱে বাধা নিদিয়ে মই ৰথৰ চকা কেইটাকে ধৰি থাকিম। স্বৰ্গদেৱেই আগবাঢ়ি গৈ ৰণ কৰিব। [ বৈৱতকৰ প্ৰৱেশ। ]

বৈৱ। স্বৰ্গদেও! প্ৰস্তুত কৰিছোঁ ৰথ।
ৰাজধানী হস্তে কিন্তু আহি কৰভক
দিছে সমাচাৰ—দেৱীৰ আদেশ।

ৰজা। কি? জননীৰ সমাচাৰ মোৰ?

বৈৱ। সঁচা স্বৰ্গদেও! আহিছে দেৱীৰ দূত।

ৰজা। আনা শীঘ্ৰে মোৰ আগলই।

বৈৱ। ...বা আদেশ। [ প্ৰস্থান। কৰভকৰ লগত পুনৰ প্ৰৱেশ। ]

কৰ (প্ৰণাম কৰি) নৃপতিৰ জয় হোক। দেৱীৰ আদেশ—

ৰজা। কি আদেশ?

কৰ। আজি হস্তে চতুৰ্থ দিনত
'প্ৰকৃতপাৰণ' ব্ৰত
জনীনয়ে কৰে আয়োজন।
স্বৰ্গদেৱে গই তাত যথাসময়ত
কৰে যেন সকলোৰে আনন্দ বৰ্দ্ধন। [কৰভক আৰু বৈৱতকৰ প্ৰস্থান।]

ৰজা। উত্তম! (অলপ ভাবি) শুনা সখা!
এফালে ঋষিৰ কাৰ্য্য—তপোবন ৰক্ষা

আনফালে মাতৃৰ আদেশ
দুয়োটাকে লাগিব পালিব।
কি কৰ্ত্তব্য মোৰ ?

বিদূ। স্বৰ্গদেৱে ত্ৰিশঙ্কুৰ নিচিনাকৈ মাজতে ওলমি থাকি দোদুল্যমান হওক—তেতিয়াহে ইকুল সিকুল দুয়োকুল ৰক্ষা হব।

ৰজা। স'চাকৈয়ে দোৰ্ঘোৰ সমস্যা
সমাধান নহয় সহজ !
কি দৰে পালন ক'ৰোঁ
এই দুই কৰ্ত্তব্য মহান ?

( অলপ ভাবি ) প্ৰিয় মাধব্য ! পুত্ৰজ্ঞানে মাতৃগণে মোৰ

তোমাকোতো কৰিছে গ্ৰহণ।
তুমিয়েই যোৱা এবে মোৰ পৰিবৰ্ত্তে
কৰাগই—ব্যস্ত মই ঋষিৰ কাৰ্য্যত।
পুত্ৰকাৰ্য্য অনুষ্ঠান জননীৰ মোৰ
যোৱা বন্ধু, তুমিয়েই কৰিবা পালন।

বিদূ। মোক হলে ৰাক্ষসলৈ ভয় কৰি পলোৱা বুলি নাভাবিবা।

ৰজা ( হাঁহি ) হে মহাব্ৰাহ্মণ !
মই জানো নিচিনো তোমাক ?
কি হেতু কৰিবা তুমি ৰাক্ষসক ভয় ?

বিদূ। তেন্তে যাব লাগে যদি যাম বাৰু। কিন্তু স্বৰ্গদেও ! মই হলে এলাপেচা ভাবে নেযাওঁ। ৰজাৰ সৰু ভায়েকৰ নিচিনাকৈ বৃহৎ সমাৰোহেৰে যাম।

ৰজা। বেচ সেয়ে হব। ৰম মই অকলই
ৰাক্ষস সংহাৰ হেতু এই অৰণ্যত।
অনুচৰ সৈনিক সামন্ত

রথ হস্তী যত মানে মোৰ
সকলোকে নিযা তুমি লগত তোমাৰ।

বিদূ। তেন্তে আৰু কিযা বাত? মযেই এতিয়া যুবৰাজ।

ৰজা (স্বগত) সমস্যাৰ হল সমাধান।
কিন্তু এই চঞ্চল ব্ৰাহ্মণে
জোৰাবিব একো কথা ৰাখিব পেটত।
কাৰেঙৰ কুৰ্বৰাসকলে
শুনিব লাগিলে মোৰ শকুন্তলা কথা
সিও এক ঘটাব জঞ্জাল।
তাকো বাৰু আনফালে পোনাই দিওঁ।
(প্ৰকাশ্যে) শুনা সখা! শকুন্তলা শকুন্তলা বুলি
যিবা কথা শুনালো তোমাক
সেই কথা ধেমালি মাথোন।
প্ৰকৃততে নাই শকুন্তলা
সত্য বুলি নধৰিবা এই উপকথা।
বোলোঁ বুজিছানে নাই?

বিদূ। ইঃ! মোক আকৌ ইমানটো গোট গৰু বুলি ভাবিছানে? তুমি নৌ কওঁতেই মই সেই কথা বুজি পালোঁ। হিঃ হিঃ হিঃ!

ৰজা। সঠিক জানিবা সখা
তাপসবালাৰ প্ৰতি এই আশ্ৰমৰ
আকৰ্ষণ নাই মোৰ অলপো হিয়াৰ।
বন্য হৰিণীৰ সতে কাম কলাহীনা
বঞ্চিতা যি ঋষিকন্যা অৰণ্য মাজত
কিবা দৰে হব পাৰে কোৱাচোঁ তুলনা
নগৰৰ ৰূপৱতী ললনা লগত?
কল্পিত কাহিনী মোৰ নকৰা বিশ্বাস।

বিদূ। অৱশ্যে কল্পিত—হবই লাগিব। মই জানো স্বৰ্গদেৱক চিনি নাপাওঁ। হিঃ হিঃ হিঃ! (দুয়োৰো দুফালে প্ৰস্থান।)

---

ঐক্যতান

# তৃতীয় অঙ্ক

## তপোবন

হাতত এমুঠি কুশ লৈ কণ্বৰ শিষ্য এজনৰ প্ৰবেশ । ]

শিষ্য । নৰপতি দুষ্মন্তৰ
সঁচাকৈয়ে অসীম প্ৰভাৱ ।
সাৰথি লগত লই
যেই আহি ভৰি দিলে আশ্ৰমত তেওঁ
আপোনাআপুনি
দূৰ হল সকলো বিঘিনি
প্ৰয়োজন নহল ৰণৰ
ধনুৰ টঙ্কাৰ শুনি দুৰ্দ্দান্ত ৰাক্ষস
ভয় খাই গল দূৰ হৈ ।
যাওঁ, বেদী আচ্ছাদন হেতু ।

( অলপ ঘূৰাঘূৰি কৰি আঁতৰত প্ৰিয়ম্বদাক দেখা পায় । )

কোন ?
আঁতৰত ৰিণিৰিণি
সেই জনী প্ৰিয়ম্বদা হয়নে নহয় ?
হয়—হয়—লচপচী খোজলৈয়ে চাই
চিনিব পাৰিছো মই
আৰু নো সাৰিব কত ?

প্ৰিয়ম্বদা !

বোলোঁ অ' প্ৰিয়ম্বদা আইদেউ !

এইফালে মাত দিয়াচোন।

সমৃণাল পদ্মপত্ৰ আক

পেষিত উশীৰ মূল লই দুহাতত

কোন পিনে খোজ দিছা ইমান বেগাই ?

(কাণ পাতি যেন শুনিলে) কিবা কলা ?

অতিশয় গ্ৰীষ্মৰ তাপত

শকুন্তলা হইছে পীড়িতা।

নিদাঘৰ সেই দাহ উপশম হেতু

সেইবোৰ আনিছা গোটাই।

যোৱা যোৱা আইদেউ।

খোজকিটি বেগাই পেলোৱা।

প্ৰাণতুল্য শকুন্তলা মহৰ্ষি কণ্বৰ

ভালদৰে কৰিবা যতন।

ময়ো যাওঁ গৌতমীক লগ ধৰি

শান্তি জল দিওঁ পঠিয়াই।

[ প্ৰস্থান। কাম জৰ্জ্জৰিত ৰজাৰ প্ৰৱেশ। ]

ৰজা। পৰাধীনা শকুন্তলা জানো ভালদৰে

জানো আৰু তপস্যাৰ কিমান প্ৰভাৱ।

কিন্তু কি কৰিম ?

পানী যেনেকই বয় তল ফাললৈ

নোৱাৰে কৰিব ত্যাগ নিম্ন ধৰাতল

সেইদৰে মুহূৰ্ত্তৰ বাবে

সেই চিন্তা হৃদয়ৰ পৰা
নোৱাৰোঁ যে কোনমতে দিব বিসৰ্জ্জন।
শকুন্তলা! শকুন্তলা!!
তুমিয়েই অহর্নিশে জ্ঞান ধ্যান মোৰ।
কামদেৱ! ফুলধেনু তোমাৰ হাতত
কিয় তাত মোৰ প্ৰতি এনে তীক্ষ্ণধাৰ?
সমুদ্ৰ গৰ্ভত থকা
বাড়ব অনল সম হব কোপানল
এতিয়াও ঘনে নেকি তাত?
হে মন্মথ! তেনে যদি নহলহেঁতেন
হয়া তুমি ভস্ম অৱশেষ –কত পাল হমান উত্তাপ?
তুমি আৰু শশধৰ প্ৰণয়ীৰ প্ৰতি—দুই জনে একে প্ৰতাৰক।
সুধাংশুৰ শীতল কিৰণ—মোৰ গাত কৰে আজি অগ্নি বৰিষণ
তোমাৰ ফুলৰ বাণে হানে অগ্নি সম—দুয়োটাই দগ্ধ কৰে মোক।
কিন্তু দেৱ! সেইবাবে নাছিল আক্ষেপ
শকুন্তলা প্ৰেয়সীক মোৰ—আগে যদি কৰি অধিকাৰ
কৰিলাহেঁতেন মোক পিছত প্ৰহাৰ।
হে অনঙ্গ! কত ভাবে তিৰস্কাৰ কৰিলোঁ তোমাক
তথাপিতো সুপণ্ডিত দয়া লেশমাত্ৰ কৰুণাও নাপালোঁ তোমাৰ
সহস্ৰ সংকল্প কৰি এই মোৰ হিয়া মন্দিৰত
মিছাতেহে পূজিলোঁ তোমাক।
লই ধনুৰ্ব্বাণ—দিলা প্ৰতিদান—মৰ্ম্মাহত কৰিলা পৰাণ।
( চিন্তাকুল ভাবে অলপ সময় ঘূৰি )
কেনি যাওঁ? কি কৰোঁ এতিয়া? আঁতৰিল আশ্ৰমৰ যতেক বিঘিনি
তাপসসবৰ পৰা লই অনুমতি

যাওঁ মই কোনো ফালে—নাথাকো ইয়াত। কিন্তু যামনো কলই ?
নেদেখিলে শকুন্তলা তাপসী প্ৰিয়াক—তৃপ্তি কত ?
শান্তি কত মোৰ ?
তপোবনতেই বাৰু কৰোঁ বিচৰণ
কিজানি দৰ্শন পাওঁ প্ৰিয়াক ছনাই।
সৌৱা—মধ্যাহ্ন ভাস্কৰ—পালেগই মূৰৰ ওপৰ।
লতাৰ বলয় পিন্ধি সুশোভিতা শকুন্তলা মোৰ
বোধকৰোঁ সখীসকলেৰে—আছে এবে মালিনী তীৰত
যাওঁ মই সেই ফাললই। [ প্ৰস্থান ]

## পট-পৰিবৰ্ত্তন

### মালিনীৰ তীৰ—লতাকুঞ্জ

শিলাসনত অৰ্দ্ধশায়িতা শকুন্তলা। অনসূয়া আৰু প্ৰিয়ম্বদাই পদুম পাতেৰে বাও দি পৰিচৰ্য্যা কৰি আছে। ধীৰে ধীৰে দুষ্মন্তৰ প্ৰবেশ।

ৰজা। এয়া—এয়া—শাৰি শাৰি সৰু গছ পুলি
ছয়োফালে শোভিছে বাটৰ। হয় অনুমান—এই বাটেদিয়ে
অলপ আগতে মাথোঁ গল শকুন্তলা—এতিয়াও আছে তাৰ চিন।
ৰসময়ী শকুন্তলা ছিঙিছিল ফুল
আনন্দতে তৰুকুল হল বিয়াকুল।

ৰসপূৰ্ণ কোষ তাৰ হোৱা নাই কদ্ধৰাৰ
সিক্ত মৰ কিশলয়—স্নেহ-সিক্ত ক্ষীৰধাৰ বইছে আঠাৰ।
আহা এই উপবন কেনে সুশোভন!
মালিনীৰ জলৰ তৰঙ্গ—বিন্দু বিন্দু কৰি আহৰণ
বয় ধীৰে পদ্মগন্ধ মন্থৰ পৱন।
অনঙ্গপীড়িত অঙ্গ কৰি আলিঙ্গন
কি মধুৰ কৰে তাত আনন্দ বৰ্দ্ধন!
এনে মোৰ হয় অনুমান—প্ৰিয়া যেন আছে ওচৰতে
শুৱনি বেতৰ এই লতা মণ্ডপতে!
আগফালে সুউন্নত পিছফালে অৱনত
শুক জঘনৰ ভাৰ—খোজতেই চিনি পায় যাৰ
অভিনৱ পদ-চিহ্ন দেখিছো প্ৰিয়াৰ।
সুশোভিত বেতৰ মণ্ডপ—সুশোভিত নিকুঞ্জ দুৱাৰ।
( আঁতৰত শকুন্তলাক দেখি ) সোৱা—সোৱা মোৰ মানসমোহিনী!
শিলৰ ওপৰে পৰা কুসুম শয্যাত।
শুই আছে মনোহৰা প্ৰিয়া
ওচৰতে দুই সখী অভিন্নহৃদয়া
কত সেৱা—কত ভাবে কৰিছে যতন!
লতাৰ আঁৰত ৰই শুনো কিনো কয়। ( কুঞ্জৰ আঁৰ হৈ থাকে। )

প্ৰিয়। কোৱা সখি।
পদুম পাতৰ বাও লাগিছেনে ভাল।

শকু। কতা? তোমালোকে বিচি আছা নেকি?

দুই সখী ( আচৰিত হৈ ইজনীয়ে সিজনীলৈ চায়। )

প্ৰিয় ( অনহয়াক ) কি বুজিছা?

অন।   সহজে নেযায় ৰোগ
দেখা নাই ভালৰ লক্ষণ

দুষ্য (স্বগত) দেখিয়ে চিনিছো মই
শকুন্তলা অতিকে পীড়িতা।
ভগৱান! কমনীয়া শৰীৰত তুমি
কিয় দিছা ইমান যাতনা?
কি অসুখ? সচাকৈয়ে আতপতাপিতা
কিম্বা—মোৰ দৰে একেই সন্তাপ?
সন্দেহৰ কাৰণেই বা কি?
দেখিছোঁ প্ৰত্যক্ষ মই—
উশীৰ লেপন সনা স্তন যুগলত
বই পৰা সুৰমাৰ ধাৰ!
এহাতত মৃণালৰ থাক
খহি পৰোঁ পৰোঁ,
তাপক্লিষ্ট শৰীৰতো সৌন্দৰ্য্য অপাৰ।
অনঙ্গ-সন্তাপ আৰু নিদাঘৰ তাপ
দুয়োটাই যদিও সমান
শেষৰ বিধত হলে যুৱতী দেহত
নাথাকে কদাপি এনে কমনীয় ৰূপ।
সেইদেখি বুজিছোঁ নিশ্চিত
নিপীড়িতা প্ৰিয়া মোৰ অনঙ্গ তাপত।

প্ৰিয়।   মহাৰাজ দুষ্যন্তক দেখাৰ পৰাই
এনেভাৱে ভুগিছে সখীয়ে।
মই ভাবোঁ—এই নৰিয়াৰ

নাই আন একোকে কাৰণ।

অন। সখি! মোৰো হয় ভয় তেনেকুৱা।

(শকুন্তলাক) চোৱা সখী শকুন্তলা!

লুকুৱা একো কথা আমাৰ আগত
বিবা সোধোঁ দিবা তাৰ সঠিক উত্তৰ।
গাৰ জ্বালা—অন্তৰ উত্তাপ
কমা নাই বাঢ়িছে ক্ৰমাৎ
কোৱাচোন কিয় বাৰু হল এনেকুৱা?

শকু (অলপ মুখ দাঙি) দিন আজি তোমালোকৰেই।

ইচ্ছামতে কৰা পৰিহাস।

অন। শুনা সখি!

প্ৰণয়ৰ আওভাও নাজানো সমূলি।
কিন্তু পুথিত বৰ্ণোৱা
উপাখ্যানে কয় যেনেকৈ
ৰোগৰ লক্ষণ চাই
তেনে বুলি কৰোঁ বিবেচনা।
কোৱা সখি! নাঢাকিবা আৰু
নাই লাজ আমাৰ আগত।
প্ৰণয়ৰ এনেকুৱা ৰোগ
হয় হেনো এই বয়সতে।
কোৱাচোন ভাঙিপাতি তুমি
আগৰভৰতে আমি কৰোঁ প্ৰতিকাৰ।

শকু (স্বগত) নাই অসম্ভৱ!

কোনোমতে নোৱাৰিম কৰিব প্ৰকাশ।

প্ৰিয়। অনসূয়া কইছে সঁচাকে।
কোৱা সখি! কিয় হেতু কৰিছা গোপন?
যদিও লাৱণ্য তাৰ আছে একেদৰে
এনে ক্লেন সোণৰ শৰীৰ
দিনে দিনে কিয় বাক কৰিছা দুৰ্ব্বল?

ৰজা (স্বগত) প্ৰিয়ম্বদা কয় সত্য কথা।
আথৰে আথৰে সঁচা
ক্ষীণ অতি কপোল অধৰ
ক্লান্ত কটি—অকঠিন তুঙ্গ পয়োধৰ।
অৱণত দুই কান্ধ—পাণ্ডুবৰ্ণা প্ৰিয়া
মন্মথৰ শাসনত নিপীড়িতা হিয়া।
দক্ষিণ পৱন পৃষ্টা
পত্ৰহীনা মাধৱীৰ প্ৰায়
ৰমনীয়া কমনীয়া শোচনীয়া প্ৰিয়া
মৰতত উপমাই নাই।

শকু (হুমুনিয়াহ পেলাই) সখি! কাক কম মনৰ কাহিনী
তোমালোক দুজনীয়ে আজি
হোৱা মোৰ দুখৰ ভাগিনী।

অন। সেই কাৰণেই সখি, সুধিছোঁ তোমাক।
দুখ যদি আত্মীয়ই ভাগ কৰি লয়।
সেই দুখ কষ্টকৰ বুলি
অনুভৱ নহয় সিমান।

ৰজা (স্বগত) সমভাগী দুই সখিয়াই
এনেভাবে সুধিছে যেতিয়া

ইমানতো বালা
পাবিবনে মনোভাব বাখিব লুকাই ?
অসম্ভৱ !
আশ্রমৰ পৰা মই লওঁতে বিদায়
বাবে বাবে সতৃষ্ণ নয়নে
চাইছিল ঘূৰি ঘূৰি মোৰ মুখলই।
তথাপিতো শুনিব উত্তৰ
অন্তৰ কাতৰ মোৰ।

শকু। তপোবন ৰক্ষাকৰ্ত্তা সেই যে ৰাজৰ্ষি
আগত যেতিয়া মোৰ দিলে দৰিশন—(লাজতে আৰ কথ নোৱাৰিলে।)

প্ৰিয়। কোৱা, কোৱা প্ৰিয়সখি !
নকৰিবা লাজ। তাৰ পিছে ?

শকু। তেতিয়াই অনুৰাগ জন্মিল প্ৰাণত
অনুগতা ৰাজৰ্ষিৰ মই।
ভাবপৰায়েই সখি ! এনে দশা মোৰ।

প্ৰিয়। অতিশয় সৌভাগ্যৰ কথা।
উপযুক্ত জনতেই মাথোঁ
শুভ দৃষ্টি পৰিছে তোমাৰ।

অনু। সখি ! মহাৰাজ দুষ্মন্তনে তেওঁ ?

প্ৰিয়। নিশ্চয় নিশ্চয়। মহাসিন্ধু কৰি ত্যাগ
মহানদী বয় জানো আন কোনো ফালে ?

ৰজা (আনন্দেৰে স্বগত) যেনে কথা শুনিবলগীয়া
শুনিবৰ ইচ্ছা যি কথা
তাকে মই শুনিছো মাথোন।

এতিয়াহে শাঁত হল হিয়া !
গ্ৰীষ্মকাল শেষ হলে দিনত যিদৰে
উবি শ্যাম বৰণীয়া মেঘ
দূৰ কৰে তাপ ধৰণীৰ
সেইদৰে মোকো তুমি হে অনঙ্গদেৱ !
তাপ দিছা—পুনু তাপ কৰিছা হৰণ।

শকু। সখি ! কৰিবনে দয়া তেওঁ মোক ?
পাম জানো ভালপোৱা প্ৰতিদান মই
দাসী বুলি দিব জানো চৰণত ঠাঁই ?
যদিহে নাপাওঁ সেই দেৱতা প্ৰাণৰ
তেনেহলে জানিবা ধ্ৰুৱপ
মৰণেই একমাত্ৰ বস্তু আকাঙ্ক্ষাৰ।
সখি ! তোমালোকে চেষ্টা কৰি
পাৰা যদি আনি দিয়া দেৱতাৰ দয়া।

দুষ্য (স্বগত) নাই আৰু অলপো সংশয়।

প্ৰিয়। সেয়ে হলে সখী অনসূয়া !
কিনো হব উপায় এতিয়া ?
বিবাহকাতৰা এই সখী শকুন্তলা
অৱস্থা যে অতি শোচনীয়
সিফালেদি মনৰ আশাও
বৰ ওখ—ঢুকি পোৱা নহয় সহজ।

অন। সেয়েই সমস্যা
কিনো দৰে পূৰ্ণ হয় সখীৰ কামনা !
নোৱাৰিনে কোনোমতে কৰিব সম্ভৱ

সোনকালে নির্জ্জনত যুগল মিলন ?

প্রিয়। নহয় চিন্তাৰ কথা
নির্জ্জনত ঘটোৱা মিলন !
—টান কিন্তু সোণকালে কৰা !

অন। পকা আম দেখা পাই
খাও বুলি মুখ মেলিলেই
নিজে আহি নপৰে মুখত।

প্রিয়। বোধকৰোঁ পাৰিব সহজে।
ৰাজৰ্ষিৰো অনুৰাগ শকুন্তলালই
নহয় সামন্য।
সিফালেও একে ৰোগ
মনৰ চিন্তাত ৰাতি উজাগৰে থাকি
কিনো দৰে শৰীৰক কৰিছে দুৰ্ব্বল
দেখিলেই ধৰা পৰে চকুত আমাৰ।

দুষ্য (স্বগত) সচাকৈয়ে হলোঁ মই অতিকে দুৰ্ব্বল।
ক্ষীণ অপাঙ্গৰ পৰা
সৰি পৰা অশ্রুধাৰে মোৰ
হাতৰ সোণৰ খাৰু কৰিছে মলিন।
প্রতি নিশা কত বাৰ মণিবন্ধ এৰি
খহি পৰে সেই খাৰু শয্যাত বেতিয়া
যতনেৰে কৰোঁ মই পুনৰ ধাৰণ।

প্রিয়। সখি! পাইছোঁ উপায়।
লিখা তুমি প্রেমপত্র প্রিয়তমলই।
নির্ম্মালি পঠোৱা ছলে ফুলৰ মাজত

কৌশলেৰে দিম পঠিয়াই।

অন। সখি! উত্তম উপায়!
মোৰো আছে মত
কিবা কয় সখী শকুন্তলা?

শকু। মই? তোমালোকে কৰিছা যি কাজ
মই তাত কোন দিনা দিছোঁ অসম্মতি?

অন এতিয়াতো অনুমতি দিবাই টানত
কিন্তু শুনিতেই যদি
সুধিপুছি এই কাজ কৰিলাহেঁতেন!

প্ৰিয়। আৰু সখি! নকৰা পলম
মধুৰ সঙ্গীত এটি
কৰা তুমি সুললিত পদত ৰচনা।

শকু। চাওঁ বাৰু চিন্তা কৰি।
অৱহেলা কৰে বুলি দেৱতাই মোক
আশঙ্কাত কঁপিছে হৃদয়।

দুষ্য (হাঁহি—স্বগত) হে সুন্দৰি!
মিলন কাতৰ হই অতি আগ্ৰহেৰে
আপেক্ষিছো দুৱাৰত ভিক্ষাপাত্ৰ লই
কিনো হেতু কৰা তুমি অৱজ্ঞাৰ ভয়?
প্ৰাৰ্থীজনে লক্ষ্মীলাভ কৰে বা নকৰে
কমলাই যাৰ প্ৰতি কৃপাদৃষ্টি কৰে
সেই জন কেতিয়াবা হয়নে দুৰ্লভ?
যৌৱনমুগ্ধা প্ৰিয়ে!
সশঙ্কিতা তুমি—অৱহেলা পাওঁ বুলি যাৰ

সেই জনে হই তনু প্ৰণয় ভিখাৰী
ভয়ে ভয়ে আছে ওচৰত।
হে মোৰ প্ৰেয়সি প্ৰাণপ্ৰিয়তমে!
জানিবা সঠিক তুমি
কাকো কৰ্তো অন্বেষণ নকৰে ৰত্নই
কিন্তু হলে সেই ৰত্ন বিচাৰে সবাই।

প্ৰিয়। কোৱা সখি!
অতুলন অপৰূপ যৌৱন কুসুম
কিয় থাক নিজে নিজে কৰা অপমান?
কিয় তুমি হীনা বুলি ভাবিছা নিজক?
এনেকুৱা মনপ্ৰাণহৰা
শৰতৰ ৰূপহ জোন্নাক
স্নিগ্ধ সুশীতল এই মধুৰ কিৰণ
উপভোগ কৰাৰ ভয়ত
পিন্ধে জানো কোনো জনে বাকলি-বসন?
এনে মূৰ্খ আছেনে ধৰাত?

শকু (হাঁহি) তোমালোকে কোৱা কথা মানিছো প্ৰত্যয়
সেই মতে প্ৰেমপত্ৰ কৰিম ৰচনা।

দুষ্য (স্বগত) অনিমেষ নেত্ৰে চাও প্ৰেয়সীক মোৰ।
কি সুন্দৰ! নিজে যেন বীণাপানী সও
ধ্যানমগ্না হল আজি পদ ৰচনাত!
কিনো শোভা অধৰত হইছে বিকাশ!
উন্নমিত এটি মাথোঁ ভ্ৰূলতা বঙ্কিম
পুলকিত বক্তুগণ্ডে কৰিছে প্ৰকাশ

মোৰ প্ৰতি কণপহীৰ প্ৰেম-অনুৰাগ।

শকু। কি লেখিম ভাবিচিন্তি লগে'। স্থিৰ কৰি।

নাই দেখোঁ একোৱেই সামগ্ৰী লিখাৰ

কোৱা সখি! কিহেৰেনো লিখিম এতিয়া?

প্ৰিয়। নাই বুলি সামগ্ৰী লিখাৰ

সখি! থাকিবানে কই?

সুকোমল পদুমৰ পাত এটিতেই

তৰুণ অৰুণ সম নখেৰে তোমাৰ

মনৰ সকলো কথা

জাতি পাতি লিখা সখি! ইচ্ছা পলুৱাই।

শকু। শুনা তেনে—

গীত

সুবুজো। তোমাৰ মন

হে নিঠুৰ হৃদয় ৰঞ্জন।

তুমি মতি, তুমি গতি

জুৰোৱাহি হৃদয় দাহন।

হৃদয়-নিকুঞ্জ মাজে

তোমাৰ ছবিটি ৰাজে

মধুৰ মোহন সাজে

অ'সুন্দৰ প্ৰাণ বিমোহন।

দুষ্য। (স্বগত) দেখা দিবলই এয়ে সোণালি সুযোগ।

(শকুন্তলাক দেখা দি) সূৰ্য্যোদয় হলে আকাশত

মৃগাংকৰ যেনে গ্লানি হয় জ্বৰত
পায় জানো তেনে ব্যথা কুমুদিনীবালা ?
দুজনকে একে তাপে দহিছে যদিও
ব্যৱধান ইমানতে—সন্তাপিত তুমি
আৰু মই ? অলিপুৰি মৰিছোঁ তাতেই।

প্ৰিয়। মনোৰথে অভিলাষ কৰা
বিজনা বাঞ্ছিত ফল প্ৰিয় সখিয়াৰ
শুভ হক সিজনাৰ এই আগমন।

শকু। ( উঠিবলৈ চেষ্টা )

দুষ্য। নুউঠিবা, নুউঠিবা দেবি !
নকৰিবা কষ্ট অৱাৰতে।
শৰীৰৰ তাপত তোমাৰ
চোৱাচোন কেনেকই শুকাল মৃণাল !
এনে অৱস্থাত উঠা নহয় উচিত।

শকু (স্বগত) হে হৃদয় ! যাক তই বিচাৰি আছিলি
তাকে পালি সন্মুখত তোৰ।
কবলাই সঁচি ৰখা কথা
নোলায় মুখৰপৰা কিয়নো এতিয়া ?

অন (মহাৰাজ) পত্তা আছে শিলৰ আসন, কৰা অনুগ্ৰহ
বহা একন্তেক।

বজা (বহি) তোমালোক দুজনাৰে প্ৰিয় সখিয়াৰ
কমিছেনে দেহৰ উত্তাপ !

প্ৰিয় (হাঁহি) মিলিছে যেতিয়া দেৱ, বিশল্যকৰণী
কি কৰিব পাৰে আৰু লাভ শক্তিশেলে !

শকু (লাজ প্ৰকাশ।)

প্ৰিয়। মহাভাগ! বুজিব পাৰিছোঁ আমি
দুজনৰে একেটি নহয়
একে অনুৰাগ ভাব জন্মিছে প্ৰাণত।
সখিয়াৰ চেনেহতে মাথোঁ
কওঁ মনোভাব -নধৰিবা দায়।

দুষ্য। কোৱাটোয়ে নিতান্ত উচিত।
নকই মনৰ কথা ৰাখিলে লুকাই
তাৰ পৰা সুময়ত জন্মে অনুতাপ।
কোৱা বালা! নকৰা সঙ্কোচ।

প্ৰিয়। তেনেহলে শুনা।

দুষ্য। কোৱা।

প্ৰিয। দুখ কষ্ট অভাৱত
আশ্ৰমৰ অধিবাসী বিপন্ন যেতিয়া
সেইবোৰ দূৰ কৰা কৰ্ত্তব্য ৰজাৰ।

দুষ্য। তাতকই মহাধৰ্ম্ম আছেনে ৰজাৰ?

প্ৰিয তোমাকেই লক্ষ্য কৰি কাম দেৱতাই
কৰিলে এনুৱা দশা সখীৰ আমাৰ।
কৰা তেনে মহাৰাজ!
এনুৱা বিধান
ৰক্ষা যাতে পায় সখিয়াই।

ৰজা (স্বগত) কোনে ৰাখে কাৰ প্ৰাণ
দুজনাৰে অৱস্থা সমান।
(প্ৰকাশ্যে) সখি!
দেৱীৰ সেৱাই মোক কৃতাৰ্থ কৰিব।

শকু (অনসূয়াক) সখি ! মিছা অনুরোধ ।
বহু জনা কুৱঁৰীয়ে কাৰেণ্ডত থাকি
দিনে ৰাতি বহু যত্নে সেৱা কৰে যাক
কামিনীবল্লভ সেই এই নৃপতিক
কাকুতি জনাই কিবা পাবানে সুফল !

ৰজা । হে হৃদয়সন্নিহিতা মদিৰনয়নে !
বিৰাজ কৰিছা তুমি
অন্তৰৰো অন্তৰত মোৰ ।
তথাপিতো ভাবা যদি তুমি
আনৰ কাৰণে মোৰ আসক্ত হৃদয়
তেন্তে প্ৰিয়ে ! জানিবা নিশ্চয়
হও হিয়া অনঙ্গ বাণত
হত হব পুনৰ্ব্বাৰ মদিয় সমূলি ।

অন । মহাৰাজ ! শুনিছো সদায় আমি
এজন ৰজাৰ হেনো থাকে বহু ৰাণী ।
সেয়ে যদি হয়—তুমি কৰিবা উপায়
যাতে এই আলসুৱা সখিযা আমাৰ
কাৰেণ্ডত সতিনীৰ নহয় অধীনা ।

ৰজা । ভদ্রে । নকওঁ অধিক কথা ।
কিন্তু মোৰ এই কথা জানিবা নিশ্চয়
সাগৰমেখলা যেৱা দেৱী বসুন্ধৰা
আৰু এই প্ৰিয়সখী তোমাসকলৰ
কুলৰ গৌৰৱ হই ৰব চিৰকাল ।

প্ৰিয় । সুখী হলোঁ শুনি

দীর্ঘজীবী হক মহাৰাজ !

অন। ইয়াতোকে নাই আৰু কথা আনন্দৰ।

শকু ( আনন্দৰ ভাব প্ৰকাশ। )

প্ৰিয়। চোৱা সখী অনসূয়া !

জহকালি আকাশত দেখিলে ডাৱৰ
ধুমুহাই কৰিলে বিহ্বল
যেনে দশা হয় ময়ূৰীৰ
ঠিক আজি তেনে দশা সখীৰ আমাৰ।

শকু। মৰ্য্যাদা লঙ্ঘন কৰি নৃপতিৰ আমি
নিৰ্জ্জনত বাক্যালাপ কৰাৰ কাৰণে
সখি ! ক্ষমা ভিক্ষা বিচাৰো এতিয়া।

অন। দোষ আমাৰ নে নৃপতিৰ ?
লঙ্ঘন কৰিছে যেয়ে মৰ্য্যাদা আমাৰ
তেৱেঁচোন আগে সখি ! বিচাৰক ক্ষমা।

শকু। পিছত ৰজাক চৰ্চ্চা নীতি জগতৰ
তাকে জানি মহাৰাজে কৰক মাৰ্জ্জনা।

ৰজা। সুপবিত্ৰ সুকোমল অঙ্গৰ স্পৰ্শত।
সন্তাপহৰণকাৰী কুসুম শয্যাত
দিয়া যদি মোকো এবে একাৰত স্থান
কৰা যদি তোমালোকে আত্মীয়ৰ জ্ঞান
অপৰাধ কৰিম মাৰ্জ্জনা।

প্ৰিয়। কেৱল তাকেই পালে হবনে সন্তোষ ?

শকু ( বিৰক্তিৰে ) মনে মনে থাকা সখি !
জলি পুৰি এনেয়ে মৰিছোঁ।

উপহাস পৰিহাস কৰিবা পিছত।

অন (বাহিৰলৈ চাই) সখি প্ৰিয়ম্বদা!

চোৱা সউ আশ্ৰমৰ পহু পোৱালীটি

মাকক বিচাৰি ফুৰে বিয়াকুল হই

যাওঁ মই থওঁ গই মাকৰ কাষত।

প্ৰিয়। মযো যাওঁ—অকলই নোৱাৰিবা তুমি

অতিকে চঞ্চল সেই হৰিণা পোৱালী।

(দুহ সখা যাবলৈ উদ্যত।)

শকু। যাবাইনে তোমালোক সখি?

তেনে কথা নোৱাৰিব হব।

মই যে সহায়হীনা হুয় অকলই।

প্ৰিয় (তেকাহি মাৰি) ইঃ সহায়হীনা!

তেনে কথা কবলই নালাগেনে লাজ?

সকলোৰে সহায় যি জন

নৰনাথ পৃথিৱীপালক

তেৱেই থাকিল সখি! কাষীয়া তোমাৰ।

(দুই সখীৰ প্ৰস্থান।)

শকু। সঁচাকৈ গলেই সখীসকল

অকলই এৰি থই মোক।

ৰজা। হে সুন্দৰি! অন্তৰতে নহবা বিহ্বলা।

সখীসকলৰ হই

মযে এবে সেৱিম তোমাক।

কৰিছো মিনতি—দিয়া অনুমতি

কিনো প্ৰিয় কাৰ্য্য মই কৰিম সাধন?

দিম নেকি বিচি এই পদুম পাতেরে
কমণীয় চৰণ দুখানি
—টিপি দিম তুলি লই কোলাৰ মাজত ?

শকু। যি গৰাকি পূজনীয় মোৰ
সিজনাক কষ্ট দিলে হম অপৰাধী
তেনে ইচ্ছা নকৰোঁ কদাপি ( যাব খোজে। )

ৰজা ( বাধা দি ) হে সুন্দৰি !
গুচা নাই এতিয়াও সূৰ্য্যৰ উত্তাপ
তদুপৰি এনেকুৱা দেহৰ অৱস্থা।
শোভা কৰে বক্ষত নলিনী
দুঃসহ সন্তাপ অতি কোমল অঙ্গত।
কিনো দৰে যাবা তেনে পুষ্পশয্যা এৰি
এনে হেন দাৰুণ ৰদত ? ( হাতত ধৰি বাধা দিলে। )

শকু। এৰি দিয়া, এৰি দিয়া হাত
এনেভাবে মোক তুমি নধৰা ৰাজন !
মোৰ ওপৰত আজি জানিবা সঠিক
নিজৰেই নাই হায় একো অধিকাৰ
—এক মাথোঁ অধিকাৰী সখীসকলেই।
তুমি যদি প্ৰিয় মোক কৰা এনেকুৱা
কি কৰিব পাৰোঁ বাৰু মই ?

ৰজা। ধিক—শতধিক মোক !
নিজকেই সমূলঞ্চে পেলালোঁ পাহৰি।

শকু। নকৰিবা তেনেভাবে আত্ম-তিৰস্কাৰ।

মইতো তোমাক দেৱ ! একো কোৱা নাই
কৰিছিলো নিন্দা মাথোঁ। নিজ অদৃষ্টক।

ৰজা। অনুকূল অদৃষ্ট তোমাৰ
নিন্দা কৰা কিহৰ কাৰণে ?

শকু। নকৰিম নিন্দা কিয় মই ? কাৰ দোষ ?
কোনে মোক কৰিছে চঞ্চলা
এনেভাবে লুব্ধ কৰি পৰৰ গুণত ?

ৰজা ( স্বগত ) অন্তৰত বাসনাৰ জলে হুতাশন
তথাপি নকৰে বালা নিজ আত্মদান।
বিচাৰিছে পৰস্পৰে পৰস্পৰ প্ৰাণ
তথাপি নকৰে প্ৰিয়া আত্মসমৰ্পণ।
আক্ষেপতে কৰি কালক্ষয়
লাজতেই নিদিয়ে হৃদয়
পুৰি মৰে বিৰহত তাপিত অন্তৰ
মদনেও কষ্ট পায় লই ধেনুশৰ।

শকু ( যাব খুজিলে )

ৰজা। নিজেই [illegible] জেনে প্ৰিয়কাৰ্য্য মোৰ।
( আচলত টানি ধৰি ৰাখিলে।

শকু। এৰি দিয়া মহাৰাজ ! কৰিছোঁ মিনতি।
নধৰিবা আঁচলত মোৰ
দশোদিশে এই আশ্ৰমৰ
মুনিগনে কৰে বিচৰণ।

ৰজা। প্ৰিয়ে ! গুৰুজনে বাধা দিব বুলি
নাই আৰু প্ৰয়োজন ভয় কৰিবৰ।

জানে সিসকলে—জানে আৰু মহৰ্ষি কণ্বই
কুলধৰ্ম্ম আচৰণ নোহে দোষণীয়!
শুনা যায়—বহুজনা মুনিৰ কন্যাই
গান্ধৰ্ব্ব বিধান মানি কৰিলে বিবাহ।

(আঁচল এৰি দি মুখোজখান আঁতৰি যায়।)

শকু। হে পৌৰব! দয়া কৰি নধৰিবা দায়।
যদিও মনৰ আশা নহল পূৰণ
যদিওবা পৰিচিতা অলপ পৰৰ
নাপাহৰা যেন এই অভাগিনীলৈ! (যাবলৈ উদ্যত)

ৰজা। হে সুন্দৰি!
যিদৰে বৃক্ষৰ ছায়া দিনৰ শেষত
নোৱাৰে কৰিব ত্যাগ বনস্পতি মূল
সেইদৰে তুমি যদি যোৱা দূৰলৈ
হৃদয়তে ৰবা মোৰ—নাই তাত ভুল।

শকু (কিছুদূৰ গৈ স্বগত) ধিক মোক! শুনি এনে কথা
ভৰি যে নোখোজে যাব আগফাললৈ।
তথাপিতো যাওঁ
হই সউ কুৰুবক বৃক্ষ অন্তৰাল
তাৰৰ আলেখলেখ কৰোঁ নিৰীক্ষণ।

(কিছুদূৰ গৈ কুঞ্জৰ আঁতৰত ৰজাই নেদেখাকৈ ৰয়।)

ৰজা। সঁচাকৈয়ে গলা নেকি প্ৰিয়ে!
অনুৰক্ত ভক্তৰ কামনা
এনে ভাবে শূন্যত মিলাই
কোন সত্তে—কোন প্ৰাণে গুচি গলা তুমি?

শৰীৰ কোমল তনু প্ৰেয়সী তোমাৰ
এতিয়াও উপভোগ কৰা নাই মই
কিন্তু হে নিঠুৰা !
শিৰীষ বৰণী সম
চিত্ত তবু টান অতিশয় ।

শকু ( স্বগত ) সঁচাকৈয়ে গতিৰুদ্ধ মোৰ
এনে কথা শুনাৰ পিছত
নাই আৰু যাবৰ সামৰ্থ্য ।

ৰজা । শুচি গলা প্ৰিয়ে !
কি কৰিম থাকি আৰু লতামণ্ডপত ?
( যাব খুজি আগত পৰি থকা খাৰ এপাট দেখি )
নাই, নোৱাৰিম যাব—বাধা আগতেই ।
এই যে আগত মোৰ মৃণালৰ খাৰ
প্ৰিয়াৰ হাতৰপৰা পৰিছে স্খলি
হিয়াৰ শিকলি মোৰ তুলি লওঁ মই । ( খুটলি ললে । )

শকু (স্বগত) কেতিয়ানো পৰিল স্খলি
নোৱাৰিলো তাকে ধৰিব ।

ৰজা ( খাৰ বুকুত লই ) আহা কেনে সুখৰ পৰশ !
অচেতন মৃণালৰ ত্যক্ত আভৰণ
সেয়ে হল ব্যথিতৰ শান্তিৰ কাৰণ ।
আৰু তুমি প্ৰাণময়ী প্ৰিয়ে শকুন্তলা !
কি পাষাণেৰে হিয়া বান্ধি নিকৰুণা হলা !

শকু ( স্বগত ) আৰু যে নোৱাৰো যাব
দেখা দিওঁ এই ছলতেই । ( ৰজাৰ আগলৈ ওলাই আহিল )

রজা। পিয়াহত পানীপিয়া, চাটিফুটি কৰি হিয়া
যেই মাত্র মুখ মেলি বিচাৰিলে পানী—
মধুৰ মূৰতি ধৰি, শুভ্র মন্দাকিনী বাৰি
ঢালে শাওণৰ মেঘে ধাৰাসাৰে আনি
এই যে আহিল মোৰ হৃদয়ৰ ৰাণী!

শকু। শুনা মহাৰাজ।
কিছুদূৰ গই মই দেখিলোঁ হাতত
ইয়াতে সুলকি বল মৃণালৰ খাৰু।
মনে কয়—তুমি হেনো ৰাখিছা বুটলি,
কোৰাচোন—কৃপা কৰি নিদিবানে খাৰু?
নহলে যে আশ্ৰমৰ তাপসসকলে
বুজ পাব সকলো কথাৰে।

রজা। পাৰিম ঘুৰাই দিব
কিন্তু তুমি এটা যদ লোৱা যদি মানি।

শকু। কোৱা।

রজা। নিজ হাতে খাৰু মই পিন্ধাম তোমাক
নিদিলে সম্মতি মোক নিদিওঁ ঘুৰাই।

শকু। উপায় কি? দিয়া তেনে।

রজা। আহাঁ তেনে বহোঁ এই শিলা আসনত। (দুয়ো বহিল।)

রজা (শকুন্তলাৰ হাতখিনি ধৰি)

আহা কেনে সুশীতল মধুৰ পৰশ।
হৰৰ কোপত দগ্ধ সেই মদনক
পুনৰ জীয়াও বুলি
অমৃতৰ ৰস ঢালি

অভুক্ত লৱঙ্গৰ তনু দিবলৈ
কৰিলেনে দেৱগণে সৰে লগ হই
কিবে অতি মনোহৰ
সুকোমল এই কৰ ?

শকু। আৰ্য্যপুত্ৰ ! নকৰা পলম
সোণকালে থাকপাট দিয়া সুমুৱাই।

ৰজা (স্বগত) ইমান পৰেহে হলোঁ পাত্ৰ বিশ্বাসৰ !
এনেভাৱে আৰ্য্যপুত্ৰ বুলি
পত্নীয়ে স্বামীক মাথোঁ কৰে সম্বোধন।
(প্ৰকাশ্যে) হে সুন্দৰি ! এতিয়াও থাকপাট
ভালদৰে লগা নাই হাতত তোমাৰ।
যদি কোৱা, পুনৰায় চাওঁ চেষ্টা কৰি।

শকু (হাত আগবঢ়াই দিয়ে।)

ৰজা (হেলেৰে থাক পিন্ধাওঁতে আলম পলম কৰি)
আহা কি সুন্দৰ !
চাকলাই এই শোভা, বাহু দুটি মনলোভা
ত্যজিলে আকাশ প্ৰিয়ে ! নব নিশাকৰে
কুণ্ডল আকৃতি লই, মৃণালৰ থাক হই
তোমাৰ হাতত চোৱা কেনে শোভা কৰে !

শকু। মই হলে দেখা নাই
মৃণালৰ ৰূপ ধৰা তোমাৰ জোনাই।
কৰ্ণ উৎপল ৰেণু, বতাহত বাব ৰেণু
চকুৰ আগত মোৰ সৌৰভ বিলাই।

ৰজা। কোৱা যদি মুখৰ বায়ুৰে
ফু মাৰি দিওঁ উকৱাই।

শকু। সেয়ে হলে হয় উপকাৰ
কিন্তু প্ৰিয়! আছে জানো বিশ্বাস তোমাৰ?

ৰজা। সেই ভয় নাই প্ৰিয়ে! নতুন সেৱকে
কেৱল পালন কৰে প্ৰভুৰ আদেশ
বেছি তাৰ নকৰে অলপো।

শকু। এনেকুৱা অতি আদৰেই— অবিশ্বাস জন্মায় মনত
অতি ভক্তি চোৰৰ লক্ষণ।

ৰজা (স্বগত) নোৱাৰোঁ এৰিব এই সোণালি সুযোগ।

(থুতৰিত ধৰি অলপ শকুন্তলাৰ মুখ তুলিবলৈ চেষ্টা)

শকু (লাজতে বাধা দিয়াৰ চেষ্টা)

ৰজা ভয় নাই প্ৰিয়ে! অবিনয় নহয় অলপ।

শকু। (অলপ কেৰাহিকৈ চাই লাজত তলমুৱা।)

ৰজা (গালত আঙুলিৰে মুখ তুলি লৈ) কঁপিছে অধৰ এই চেনেহী প্ৰিয়াৰ
মধুৰ স্ফুৰণ তাত আজি ধাৰাসাৰ!
জানি মোৰ পিপাসিত প্ৰাণ
মোক যেন কৰিছে আহ্বান
পিবলৈ সাঁচি থোৱা অমিয়াৰ বান।

শকু। আৰ্য্যপুত্ৰ! চকুৰ আগতে থকা কৰ্ণোৎপল ৰেণু
বোধকৰোঁ দেখা পোৱা নাই?

ৰজা। সঁচা প্ৰিয়ে! নিচেই কাৰত—
দেখা নাই সেই কাৰণেই (চকুত ফুৎকাৰ দিয়া।)

শকু। এতিয়াহে চকু মোৰ হল পৰিষ্কাৰ।

আৰ্য্যপুত্ৰ! নোৱাৰোঁ সুজিব ধাৰ
অযাচিতে দিলা দান এই উপকাৰ।

ৰজা। প্ৰিয়ে! বাকী আৰু বোৱা নাই ধাৰ।
মুখৰ পদুম গোন্ধ, কমলৰ বিমল সৌৰভ
ভুঞ্জি মত্ত মধুকৰ এয়ে মোৰ পৰম গৌৰৱ।

শকু। নহই সিদৰে সুখী, কি কৰিব পাৰে মধুকৰে?

ৰজা। কিয় এয়া ( মুখ দাঙি লয়।

শকু ( মুখ লুকুৱাবলৈ চেষ্টা )

নেপথ্যত প্ৰিয়ম্বদা। চক্ৰবাক! চক্ৰবাক-বধূ! শেষ কৰা সম্ভাষণৰ মধু।
লুকাল মিহিৰ
ৰজনীৰ নামিছে তিমিৰ।

শকু (বাৰ হে কাণ পাতি শুনি) উঠা, উঠা আৰ্য্যপুত্ৰ! নকৰা পলম।
চিন হোৱা নাই সেউ গছৰ আঁৰত
আহিছে গৌতমী আৰ্য্যা
ধৰ্ম্মভগ্নী পিতাৰ আমাৰ।

দুষ্য। ইচ্ছা তব পূৰ্ণ হোক। ( গছৰ আঁৰত লুকায়।)

( হাতত শান্তিজল লৈ গৌতমীৰ প্ৰবেশ।)

গৌত। কেনে পাইছ আইটি! কমিছেনে গাৰ তাপ এতিয়া অলপ?
এয়া শান্তি জল
তোৰেই কাৰণে।
( তুলি দি ) অকলই আছ তই
নাই আৰু কোনো?

শকু। পেহীদেউ, মালিনীৰ সউ ঘাটলই
অলপ আগতে উঠি গল সখীহঁত।

গৌত (শান্তি জল ছটিয়াই) দীৰ্ঘজীৱী হ বাচা!

(গাত হাত বুলাই) পাইছনে অলপ শীতল?

শকু। পাইছোঁ পেহীদেউ!

গৌত। চকা সউ ৰহিল পাটত।

সন্ধিয়া আহিল বাচা!

যাওঁ বল কুটিৰৰ ফালে।

শকু (কাতৰে স্বগত)

হৃদয়! বৰ বেছি সোৱাদ লভিলি

এতিয়া কৰিব তাৰে ফল উপভোগ।

(ঘূৰি আহি প্ৰকাশ্যে) হে লতামণ্ডপ!

দুখময়ে কৰিবা মোৰ সন্তাপ হৰণ

আকউ আহিম মই, জুৰাম হৃদয়

এই কথা জনালো তোমাক।

[শকুন্তলা আৰু গৌতমীৰ প্ৰস্থান।]

ৰজা। সঁচ গল প্ৰিয়তমা মোৰ

মই-না এতিয়া বাক যাওঁ কোন দিশে?

চাৰিফালে প্ৰেয়সীৰ স্মৃতি

অপাৰ্থিব চুমাৰ মাধুৰী

এতিয়াও উৰে বতাহত।

হাতৰ নখৰ লিখা পদ্ম পাতত

এয়ে সেই প্ৰেমপত্ৰ—মদন মঞ্জৰী

পৰি আছে প্ৰেয়সীৰ আলিঙ্গন লই

প্ৰিয়াহীন দেহৰ নিকুঞ্জ

মদনৰ মনিকুট—মিলন মন্দিৰ

কোন মতে—কোন প্রাণে—যাও এবে থই ?
লাভ করি মাহেন্দ্র সুযোগ
অনাদরে হেলায় হেলো কাল।
হায় হায় মূর্খ মই
হ্রবুজিলো সময়ের মোল।
হয় যদি পুনরপি
একেকুরা নির্জন মিলন হেনে—

নেপথ্যে। রক্ষা করো, রক্ষা কর হে রাজন!
দেখাপাই যজ্ঞ-ধোয়া
সন্ধ্যার তোমর আকৃতি
মেঘর নিচিনা সউ কম্পন বর্ন
দলে বলে আইল রাক্ষস।

রজা। ভয় নাই তপস্বীসকল!
মই আছো আশ্রমর রক্ষার নিমিত্তে। [ প্রস্থান। ]

—ঐকতান—

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

### তপোবনৰ উদ্যান

( হাতত কৰণি লৈ প্ৰিয়ম্বদা আৰু অনসূয়াই ফুল তুলিছে।

অন। বিয়া হল গান্ধৰ্ব্ব প্ৰথাৰে
মাঙ্গলিক একো কাৰ্য্য বাকী থকা নাই।
শকুন্তলা পালে স্বামী যোৱাই তোখাই
তথাপিতো দেখোঁ সখি!
মন মোৰ নহল সুস্থিৰ।

প্ৰিয়। কেনে সখি?

অন। কাৰেণত বহু জনা ৰাজৰাণী যাৰ
যেতিয়া ধৰিব বেঢ়ি কুঁৱৰীসকলে
তপোবন নিবাসিনী শকুন্তলালৈ
থাকিবনে মনত ৰজাৰ?

প্ৰিয়। তেহুৱা দুশ্চিন্তা সখি, নানিবা মনত।
দেহৰ আকৃতি যাৰ তেনে সুশোভন
নোৱাৰে সিজন হব এনে গুণহীন
মোৰ হলে নাই সেই ভয়।
আন এটা ভয় মাথোঁ জন্মিছে প্ৰাণত।

অন। কোনা।

প্ৰিয়। শেষ কৰি তীৰ্থ পৰ্য্যটন
পিতা কণ্ব আহিব যেতিয়া
শুনিলে ইযোৰ কথা পাব জানো ভাল ?

অন। পিতা কণ্বে আমাকেই দিব সমৰ্থন।

প্ৰিয়। জানিলা কিদৰে ?

অন। কন্যা সম্প্ৰদান কৰা যোগ্য বৰ চাই
প্ৰথম সংকল্প যাৰ আছিল মনত
সেই কাৰ্য্য দৈবে নিজে কৰিলে যেতিয়া
মানিব কৃতাৰ্থ তেওঁ—হব আনন্দিত।

প্ৰিয়। সঁচা সেই কথা। ( ফুলৰ কৰণিৰে চাই )
পূজাৰেই এইখিনি ফুলেচ আঁতিব।

অন। শকুন্তলা সখিয়াৰ প্ৰতি
হয় যাতে দেৱতা প্ৰসন্ন
সেই পূজা ভাগো আজি লাগিব কৰিব।
আহাঁ সখি। চোলো আৰু ফুল।

( দুয়ো ফুল তোলে। )

নেপথ্যত দুৰ্ব্বাসা। দুৱাৰত উপস্থিত মই।

অন। শুনা সখি। অতিথি কোনোবা
আশ্ৰমত পদাৰ্পণ কৰিছে আমাৰ।

প্ৰিয়। বাঁও আহাঁ—নাই বেছি ভয়
কুটিৰত আছে শকুন্তলা।

অন। থাকিলেও শকুন্তলা
হিয়াখনি কোনোবাই কাঢ়ি লই গল
আছে জানো স্থিৰতা তেওঁৰ ?

আহাঁ সখি ! এই ফুলে নিশ্চয় জুৰিব ।

নেপথ্যত দুৰ্ব্বাসা ( খঙেৰে )

ইমান আস্পৰ্দ্ধা তোৰ অবোধ বালিকা !
দুৱাৰত দুৰ্ব্বাসাক থিয় কৰি ৰাখি
ভাবিলি খেমালি বুলি—কৰিলি অৱজ্ঞা ?
ক্ষমা নাই—ক্ষমা নাই—পাবি প্ৰতিফল ।
শুন তেৰ গৰৱিনি ! দিলোঁ অভিশাপ—
তপস্বীক এনে ভাবে কৰি অপমান
যি জনৰ স্মৃতি তই কৰি আছ ধ্যান
সেই জনে পাহৰিব সকল স্মৃতি তোৰ ।
মদমত্ত প্ৰমত্তৰ দৰে
বিস্মৃতিৰ অন্ধকাৰে
পূৰ্ব্বস্মৃতি পেলাব আবৰি
ভিয়া ধুনি কান্দিবি থাকুবি ।
চিনালেও নোৱাৰে চিনিব
সেই প্ৰিয় জনে তোক ভাবিব অপ্ৰিয়
দুৰ্ব্বাসাৰ এই কথা—নহবা অন্যথা ।

প্ৰিয় । উভৱা কথা সঁচা হল
অপৰাধ লগালে সখীয়ে ।
চোৱা, চোৱা সখি ! কি যে সৰ্ব্বনাশ !
অগ্নিঋষি সউ যে দুৰ্ব্বাসা
ক্ৰুতপদে গুচি যায় এৰি অভিশাপ ।

অন । অগ্নিৰ বাহিৰে কাৰ
সাধ্য আছে দগ্ধ কৰিবৰ ?

যোৱা সখি! শীঘ্রে যোৱা,
আনাগই ওলোটাই হাতে ভৰি ধৰি।

প্রিয়। চাওঁ চেষ্টা কৰি। [ প্রস্থান। ]

অন ( ফুল তোলোতে বাৰে বাৰে পদস্খলন হয় )

ইকি! বাৰে বাৰে পৰে কিয়
পুজালই আগকৰা ফুল?

( প্রিয়ম্বদাৰ পুনৰ প্রৱেশ )

প্রিয়। মূৰ্ত্তিমন্ত ক্রোধ সখি দেখিলোঁ সাক্ষাৎ।
অনুনয় বিনয় বচন
সংক্রান্ত নামানে একোকে
কোনো মতে নহ'ল কাহঁত কৃপালাভ।

অন। কোনো মতে ৰক্ষা হ'ল তেনে।
কোন সখি! কিনোপ্রকাৰে সন্তুষ্ট কৰিলা?

প্রিয়। একোতেই নোহোৱাত ক্রোধ উপশম
নেদেখি উপায়
ভৰিত সাৱটি ধৰি কৰালো প্রার্থনা,
'তপোধন! কুমাৰীয়া সখিয়া আমাৰ
একোকে নাজানে—তুমি নধৰিবা দোষ।
তপস্যাৰ প্রভাৱৰ কথা – অনভিজ্ঞা সখী
কৰা প্রভু! মৰিষণ নিজ কৃপা গুণে
অপৰাধ প্রথম বাৰৰ।

অন। তাৰ পিছে?

প্রিয়। পবিত্র অলপ তুষ্ট বুলিলে বচন—

'দুৰ্বাসাৰ অভিশাপ নহয় নিষ্ফল
কিন্তু—দেখুৱালে কোনো অলংকাৰ
সেয়ে হ'ব অভিজ্ঞান—পবিত্ৰ মনত।'
ইয়াকেই কই তেওঁ হ'ল অন্তৰ্দ্ধান।

অন। নৃপতিৰ নাম লিখা সেই আঙঠিটি
এতিয়াও শোভা কৰে সখীৰ হাতত।
সেয়ে তেনে হ'ব অভিজ্ঞান।

প্ৰিয়। অকস্মাৎ কেনে অঘটন
বিপৰ্য্যয় মিলালে বিধিয়ে।
বলা সখি! সখীৰ কাৰণে
পূজা এভাগিৰে আমি কৰোঁ আয়োজন।
চোৱাচোন সউ ফালে সখি!
বাওঁ হাতখনি থই গোলাপী গালত
প্ৰেমময়ী শকুন্তলা ৰহিছে ধ্যানত।
ৰূপহ তুলিৰে আঁকা চিত্ৰ মনোহৰা
স্বামীৰ চিন্তাত বালা অতিকে বিভোৰা।
আমিহে বুজিছোঁ সেই হৃদয়ৰ ব্যথা
কিৰূপে জানিব কোৱা, অতিথিৰ কথা?

অন। শুনে যদি এই কথা - ঋষি অভিশাপ
শকুন্তলা নাথাকে জীয়াই।
হোৱা কথা হই গল, নজনাও আমি।

প্ৰিয়। ঠিক কথা সখি। শলাগোঁ তোমাক।
নৱমল্লিকাৰ সউ বুকু ধল্ ধল্
তাতনো ঢালিব কোনে উতলোৱা জল? [ দুয়োৰো প্ৰস্থান ]

# দ্বিতীয় দর্শন

## বনপথ

( কণ্ব-শিষ্যের প্রবেশ। )

শিষ্য। তীর্থ পর্যটন করি
আমি পাই গুরুদেব প্রবাসের পরে
করিছে আদেশ
প্রথম তোমার বারে কাল নিরূপণ।
রজনীও শেষ—পূবে সউ দিলে ঝলকাট
মনোরম শোভা আকাশের!
একালেদি চন্দ্র যায় অস্তাচললই
বিপরীত কালে
দেখা দিয়ে সূর্যদেবে করি তূর্যনাদ
উদয়গিরিত তারে চিরণ কিরণ!
মানবর দশাও এমুরা
কোনো উঠে, কোনো পরে,
কোনো স্বর্গবাসী,
কোনো যায় রসাতললই।
কওঁ গই গুরুর আগত
সমাগত তোমর সময়। [ প্রস্থান। ]

---

## তৃতীয় দৰ্শন

### যজ্ঞবেদীৰ সমুখ—ওচৰতে পৰ্ণ-কুটিৰ

যজ্ঞৰ অগ্নি জ্বলি আছে। কাষতে দুজনমান তাপস। নেপথ্যত বেদগান। কুটিৰৰ পৰা অনসূয়া ওলাই আহিল।

অন। চকুত টোপনি নাই!
ভাবি ভাবি সখীৰ কথাকে
মন মোৰ উগুল থুগুল
কামলই নহয়ে হেঁপাহ।
যোৱা আজি কত দিন হল
অত দিনলই সেই নিঠুৰ ৰজাই
নললে যে সখীৰ বাত'ৰ।
কলে কত মিঠা কথা যোৱাৰ কালত
এতিয়া যে নপঠালে আখৰ দুটিও?
তেনে? সি প্ৰণয়—অভিনয় মাথোঁ।
নতু—মূল্যহীন নৃপতিৰ বাণী?
(অলপ ভাবি) কিবা দোষ নৃপতিৰ?
যত মানে অনৰ্থৰ মূল
অগ্নিঋষি দুৰ্ব্বাসাৰ সেই অভিশাপ।
নহলেনো সেই প্ৰেম—সেই অনুৰাগ
যাব জানো পাৰে আজি সহজে অথলে?
সংবাদ এটিকে ভাৰ পঠাব পা'ৰিলে।
কাক দিম?
কোন যাব অভিজ্ঞান লই?

যায় যদি সখী
অভিজ্ঞান নলই লগত
আমিয়েই হম যত দুখৰ ভাগিনী
মহাপাপে চুব আমাকেই।
মহৰ্ষিও উলটিছে তীৰ্থযাত্ৰা কৰি।
অন্তঃসত্বা সখী শকুন্তলা
কিনো মবে এই কথা জনাও পিতাক ?
হব কি উপায় ?
ভাবি ভাবি পোৱা নাই পাৰ ভাৱনাৰ।

(প্ৰিয়ম্বদাৰ প্ৰৱেশ।)

প্ৰিয়। আনন্দ খবৰ সখি। আনিছো লগত।
কৰা লৰালৰি
পঠাব সখীক আজি স্বামীগৃহলৈ
দিব লাগে সোণকালে সজাই পৰাই।
অন। সঁচা ? সঁচা সখি ?
প্ৰিয়। শুনা সখি ! গইছিলো সখীৰ কাৰণে,
এজুৰা আনন্দ বাহ্মি গোপনে প্ৰকৃত
আজি ৰাতি ভালদৰে শুনে নে দুশুণে
সেই কথা সুধিবৰ বাবে।
অন। তাৰ পিছে ?
প্ৰিয়। দেখা পালো
আদৰমালতী চক্ষু লাজুকী সখিয়া
কুচিমুচি বহি আছে তলমুখ কৰি।
চেনেহেৰে আশীৰ্বাদ কৰি

ধীৰে ধীৰে বুলিছে পিতাই
'বৰ ভাল হল আই! ভাগ্যৱতী তুমি।
সক্ত শিষ্য চাই দিয়া বিস্তাৰ নিদিনা
তুমিও পৰিছা আজি সক্ত পাত্ৰতেই
সেইবাবে মহাসুখী মই।
শিষ্যৰ লগত মোৰ আজিয়ে তোমাক
পঠিযাম যোগ্যবান স্বামী সমীপত।

অন। কোনে সখি, এই কথা জনালে পিতাক?

প্ৰিয়। অশৰীৰী বাণী আহি অগ্নিৰ গৃহত
সংস্কৃত বচন গাই শুনালে পিতাক।

অন। কেনে দৰে?

প্ৰিয়। শুনা—( জাত লগাই গায়। )

দুষ্যন্তেনাহিতং তেজো দধানাং ভূতয়ে ভুবঃ।
অবেহি তনয়াং ব্ৰহ্মন্নগ্নিগৰ্ভাং শমীমিব॥

অন। ইয়াতোকে নাই আৰু কথা আনন্দৰ।
কিন্তু, আজিয়ে যে লাগিল পঠাব—
সেইবাবে মাথোঁ সখি! লাগিছে বেজাৰ।

প্ৰিয়। কি কৰিবা সখি!
সুখী হক শকুন্তলা দুখুনী সখিয়া।
সেয়ে সুখ—সেযে তৃপ্তি
সেযে সখি! আনন্দ আমাৰ।

অন। সঁচা সখি!
সখীৰ মঙ্গল মাথোঁ মঙ্গল আমাৰ।
শুৰি কৰি নাগকেশৰৰ

ওলোমাই সউ খোপা আমৰ ডালত
নাৰিকল কোৰোকাত ৰাখিছোঁ ভৰাই ।
বোৱা তেনে তুমি
পদুম পাতত আনি ৰাখিবা যতনে ।
মই যাওঁ—তীৰ্থৰ মৃত্তিকা আদি
আন যত মাঙ্গলিক দ্ৰব্য-প্ৰসাধন
কৰোঁগই যুগুত সকলো ।

[ প্ৰস্থান ]

নেপথ্যত কণ্ব । গৌতমি !
শাৰ্ঙ্গৰৱ শাৰদ্বত শিষ্যসকলক
কোৱা শীঘ্ৰে সাজু হবলই ।
শকুন্তলাৰ হই অনুগামী
হব লাগে হস্তিনাৰ যাত্ৰী ।
প্ৰিয় । শুনা সখী অনসূয়া !
যাবলই হস্তিনা নগৰী
ঋষিগণে কৰে ততাতৈয়া ।

[ প্ৰসাধনৰ সজুলি লৈ অনসূয়াৰ প্ৰৱেশ । ]

আনা সোণকালে নকৰা পলম ।
অন । আহাঁ সখি ! যাওঁ আমি সখী সমীপত ।
প্ৰিয় । নাই আৰু যোৱাৰ সকাম
আহিল ওচৰ চাপি আঁতৰৰ পৰা
আহে সউ সখী শকুন্তলা ।
তাপসীসকলো চোৱা আহিছে লগত
মাঙ্গলিক দ্ৰব্য যত হাতে হাতে লই ।

[ গৌতমী, শকুন্তলা আৰু মাঙ্গলিক দ্ৰব্য-সম্ভাৰ লৈ তাপসীসকলৰ প্ৰৱেশ। ]

শকু। প্ৰথমে প্ৰণাম কৰোঁ আই ভগৱতি !

( ভূমিষ্ঠ হৈ সেৱা কৰে। )

গৌত। বৎসে !

দেৱী বুলি সম্বোধন কৰক স্বামীয়ে।

১ম তা। কৰোঁ আশীৰ্ব্বাদ—হোৱা বীৰ-প্ৰসৱিণী।

২য় তা। বহু মান লাভ কৰি স্বামীৰ কাষত

হোৱা যেন সৌভাগ্যশালিনী। [ তাপসীসকলৰ প্ৰস্থান ]

প্ৰিয়। সখি ! কৰিলানে সুমঙ্গল স্নান ?

শকু। কৰা হল স্নান—আহাঁ বহোঁ ইয়াতেই। [ সকলোটি বহে। ]

অন। পোন হই বহা সখি !

দিওঁ আমি মাঙ্গলিক ৰূপসজ্জা কৰি।

( দুই সখীয়ে শকুন্তলাক সজায়। )

শকু ( কান্দি কান্দি ) সখি ! এনেকুৱা মৰম চেনেহ

এনেকুৱা সুখৰ আদৰ

হব জানো আৰু মোৰ ভাগ্যত দুনাই

অন। ( কান্দি কান্দি ) নাকান্দিবা সখি ! শুভকাৰ্য্য

চকুৰ পানীৰে তুমি নিদিবা উটাই।

প্ৰিয়। সখি ! কেচা হালধিৰ গাঠি যেন

সোণবৰণীয়া এই দেহত তোমাৰ

নোবাৰে বঢ়াব শোভা এই অলঙ্কাৰ।

আশ্ৰমৰ দীন আভৰণ

অতি হীন তোমাৰ কাৰণে।

( অলঙ্কাৰ লৈ এজন মুনিকুমাৰৰ প্ৰৱেশ। )

মুনি-কু। আয়ুষ্মতি!
　　লোৱা এই অলঙ্কাৰ দেৱতাৰ দান।
গৌত (বিস্ময় কৈ) বৎস নাৰদ!
　　কত পালা এই অলঙ্কাৰ?
মুনিকু। মহৰ্ষি কণ্বৰ দেৱি! তপ প্ৰভাৱত।
গৌত। যোগ প্ৰভাৱত সিদ্ধ এই অলঙ্কাৰ
　　মহৰ্ষিৰ মানস প্ৰসূত?
মুনিকু। নোহে তেনে দেৱি!
　　কওঁ শুনা সবিশেষ তাৰ—
　　ফুল অন্বেষণ হেতু শকুন্তলালৈ
　　গলোঁ মই মানি লই পিতাৰ আদেশ।
　　কিন্তু কিনো আচৰিত কথা!
　　নাই ফুল ফলৰ গছত
　　পৰিবৰ্ত্তে তাৰ
　　ভাগে ভাগে বনস্পতিসবে
　　দিলে বস্ত্ৰ অলঙ্কাৰ কুসুম-সম্ভাৰ
　　বসন ভূষণ কত দিলে বিধে বিধে
　　ই যে দেৱি! অন্নদান বনদেৱতাৰ।
প্ৰিয়। সখি! যদিও ভ্ৰমৰ জন্মে তৰু কোটৰত
　　তথাপিতো ভোগ তাৰ হয় পদ্মমধু।
শকু (লাজ প্ৰকাশ)
মুনিকু। বনস্পতিসকলৰ
　　অযাচিত এই উপকাৰ
　　মালিনী তীৰত গই
　　কৰোঁ মই নিবেদন মহৰ্ষি কণ্বক। [প্ৰস্থান।]
অন। সখি! দেখা নাই জনমত এনে অলঙ্কাৰ—

কিনো দৰে পিন্ধাম তোমাক ?

( অলপ ভাবি ) যেনে দৰে দেখিছো চিত্ৰত

পিন্ধাও সিদৰে বাক কৰি অনুমান । ( অলঙ্কাৰ পিন্ধায় । )

[ স্নান কৰি চিন্তাকুল ভাবেৰে কণ্বৰ প্ৰবেশ ]

কণ্ব। মনত পৰিছে আজি সিদিনাৰ কথা
যিদিনা এদিন,
সংসাৰৰ উদাসীন এই তাপসৰ
মুক্ত হল ৰুদ্ধদ্বাৰ
হৃদয়ৰ স্নেহৰ নিজৰা।
দেখিলোঁ যিদিনা মই অৰণ্য মাজত
স্বৰগৰ পাৰিজাত—বিজুলী চমক
সন্তোজাত পৰিত্যক্ত শিশু
শোভিতা ধৰাৰ বক্ষে শকুন্ত ৰক্ষিতা।
সেইদিনা—পাহৰিলোঁ ধৰ্ম্ম তাপসৰ
আনিলো তনয়া সেই বুকুত সুমাই।
সিদিনাৰে পৰা
শুক্লপক্ষ জোনৰ নিচিনা
দিনে দিনে বাঢ়ি কলা কলা
তপোবন কৰি সুশোভন
ধৰণীত স্বৰ্গজ্যোতি কৰি বিতৰণ
লালিতাপালিতা এই স্নেহৰ নন্দিনী!
ছিন্ন কৰি জীৰ্ণ এই দীৰ্ণ হৃদয়ৰ
সেই মোৰ আনন্দ-প্ৰতিমা
শকুন্তলা যাব আজি স্বামীগৃহলই।
কোন সতে—কোন প্ৰাণে

বিদায়ৰ বাণী মই কৰোঁ উচ্চাৰণ ?
নোকে এবে স্থিৰ একোন্তেই
এই মোৰ উৎকণ্ঠিত প্ৰাণ।
দশোদিশে অন্ধকাৰ দেখিছোঁ সংসাৰ
জ্যোতিহীন—দীপ্তিহীন দুই চকু মোৰ।
বিজড়িত চিন্তাৰ ভাৰত
নোৱাৰোঁ কৰিব মই বাক্য উচ্চাৰণ।
ৰুদ্ধকণ্ঠ অন্তৰৰ তপ্ত উত্তাপত।
গৃহহীন ঋষি মই অৰণ্যনিবাসী
মনে যদি হওঁ এনে শোকত আকুল
নাজানো সংসাৰী জান কিমান শোকেৰে
উলিয়াই দিব পাৰে জীয়াৰী ছোৱালী।

(দুই গালেদি দুধাৰ চকুলো বৈ গল। শোকতে আৰু কব নোৱাৰি মৌন।)

প্ৰিয়। সখি! গহনা পিন্ধোৱা হল। পিন্ধা এয়া পাটৰ কাপোৰ।

শকু (কাপোৰ পিন্ধিলে।)

গৌত। বাচা! সমুখত গুৰুদেৱ!
সউ চোৱা
আনন্দৰ অশ্ৰুধাৰে দুই নয়নৰ
তোমাকেই আলিঙ্গন কৰিছে নীৰৱে।
জনোৱা প্ৰণাম।

শকু (লাজেৰে ভক্তিভাৱে প্ৰণাম।)

কণ্ব। বৎসে! আশীৰ্ব্বাদ কৰিছোঁ তোমাক
যযাতিৰ আদৰণী শৰ্ম্মিষ্ঠাৰ দৰে
হোৱা যেন স্বামী-সুহাগিনী

আৰু যেন মহীপতি পুৰুৰ নিচিনা
লাভ কৰা পুত্ৰ তুমি ৰাজচক্ৰৱৰ্ত্তী।

গৌত। নোহে মাথোঁ আশীৰ্ব্বাদ
দেৱতাৰ কৰুণাৰ বৰ।

কণ্ব। এই মাত্ৰ যি অগ্নিক দিছিলোঁ আহুতি
কৰা আই সেই অগ্নি প্ৰদক্ষিণ তুমি।

গৌত। যি অগ্নিয়ে
আনন্দেৰে যজ্ঞকাষ্ঠ কৰিছে দাহন
এইমাত্ৰ আহুতি প্ৰদত্ত
পূত বহ্নি সেই
হবিৰ সুগন্ধ লই কৰি পাপক্ষয়
সুপবিত্ৰ সুকল্যাণ কৰক তোমাৰ।

(সকলোৱে অগ্নি প্ৰদক্ষিণ কৰে। আগে আগে কণ্ব মন্ত্ৰপাঠ কৰি যায়।)

কণ্ব। অমী বেদিং পৰিতঃ কৢপ্তধিষ্ণ্যাঃ সমিদ্বন্তঃ প্ৰান্তসংস্তীৰ্ণদৰ্ভাঃ।
অপঘ্নন্তো দুৰিতং হব্যগন্ধৈৰ্বৈতানাস্ত্বাং বহ্নয়ঃ পাবয়ন্তু॥
গৈছে আই। এযে হব।
শাৰ্ঙ্গৰৱ শাৰদ্বত নেপালোঁহি কিয়?

[শাৰ্ঙ্গৰৱ আৰু শাৰদ্বতৰ প্ৰৱেশ।]

শিষ্য দুজন। গুৰুদেৱ! প্ৰণাম।

কণ্ব। বোৱা এবে তোমালোক ভগিনীক লই।

শিষ্য দুজন। তথাস্তু দেৱ।

কণ্ব। শুন হেৰ আশ্ৰমৰ দেৱতামগুলি।
শুনা আৰু তপোবন সন্নিহিত তৰু।
তোমালোক সকলোকে পানী নোযোগাই
বিন্দুমাত্ৰ জল যেয় পান কৰা নাই,

পত্ৰ পুষ্প অলঙ্কাৰ অতি প্ৰিয় যাৰ
তথাপিতো চেনেহতে তৰুলতিকাৰ
দিয়া নাই কাৰো গাত নিৰ্কৰুণ হাত
ছিঙা নাই কদাপিতো এটি মাথোঁ পাত,
প্ৰথমে ফুলিলে ফুল হই বিয়াকুল
সৰ্ব্বাধিক লভে যেয়ে আনন্দ অতুল
স্নেহময়ী—প্ৰেমময়ী—সৰলা কোমলা
একোকে নজনা মোৰ সেই শকুন্তলা
যাব আজি স্বামীগৃহলই।
সকলোৰে দিয়া অনুমতি
কৰোঁ আশীৰ্ব্বাদ মই
সকলোৰে আদৰৰ
সকলোৰে মৰমৰ
আনন্দদুলালী মোৰ দীৰ্ণ আশ্ৰমৰ
যাওক আজি শকুন্তলা স্বামীগৃহলই।

আকাশবাণী। যাত্ৰাৰ কালত—বাটৰ কাষত
আনন্দে অপেক্ষি ৰক কুঞ্জ সৰোবৰ
থল থল সুবিমল ফুলক কমল।
তৰুকুল দুয়োকাষে হই শাৰি শাৰি
সুশীতল ছায়া লই থাকক আৱৰি
পদুম-পৰাগ ৰেণু ক'ৰ আহৰণ
মন্দ মন্দ মৃদুগন্ধ বলক পৱন ;
সত্যময় শিৱময় হক যাত্ৰাপথ
মধুৰ গমন হক, সিদ্ধ মনোৰথ।

কুলি চৰাই। কুউ—উ।

শার্ঙ্গ। ভগৱন।

কোকিল কুজনে সেবা কৰিছে প্ৰচাৰ
বান্ধৱ বিটপীকুলে দিছে অনুমতি
হ'ব সুমঙ্গল যাত্ৰা ভনীৰ আমাৰ।

গৌত। বাচা! মাতৃসম স্নেহ-পৰায়ণা
বনদেৱীসকলৰ পালা অনুমতি
ভক্তিভাৱে জানোৱা প্ৰমাণ।

শকু ( ফলীয়া'ক ) সখী প্ৰিয়ম্বদা।

প্ৰাণদেৱতাৰ মোৰ দৰ্শনৰ আশে
যদিওবা হৃদয় ব্যাকুল
তথাপি যে এৰি এই সুখৰ আলয়
ভৰি মোৰ আগবাঢ়ি যাব খোজা নাই।

প্ৰিয়। সখি!

এই কষ্ট জানো আজি অকলে তোমাৰ?
আশ্ৰমৰ সকলোৰে একেই দুৰ্দ্দশা।
সউ চোৱা হৰিণী মুখৰ
আধাখোৱা কুশঘাঁহ পৰিছে মাটিত;
আনন্দত নচা নাই ময়ুৰীসকল।
উচুপি উচুপি সউ কান্দিছে লতাই
জৰি পৰে অশ্ৰুজল প্ৰতি পাতে পাতে।
তোমাৰ নিমিত্তে সখি!
সকলোটি বিৰহকাতৰা।

শকু ( হঠাতে মনত পৰাত ) পিতা! আহোঁ মই

আদৰৰ ভনী মোৰ মাধৱীলতাক
দিব লাগে মাত একেবাৰ ।
কণ্ব। ‐ যোৱা আই ! ভালদৰে জানো মই
মাধৱীৰ প্ৰতি তয়ু স্নেহ অতিশয় ।
সউ যে মাধৱীলতা আছে দক্ষিণত ।
শকু ( মাধৱীৰ ওচৰলৈ গৈ )
হে মাধৱী মৰমৰ ভনীটি মোৰ !
তোমাৰ কাষত মই মাগিছো মেলানি ।
শাখা মেলি বাহুৰে তোমাৰ
কৰা মোক আলিঙ্গন আজি এটিবাৰ ।
( মাধৱীক আলিঙ্গন কৰি ধুৰি আহি )
পিতা !
মোৰেই নিচিনা কাৰ ভনীসকলকো
চাবা তুমি মৰম চকুৰে ।
কণ্ব। আই। যোগ্য জন চাই
ভাবিছিলো সমৰ্পন কৰিম তোমাক,
সেই আশা পূৰ্ণ আজি মোৰ
নিজগুণে পালা তুমি স্বামী যোগ্যবান ।
তোমাৰেই ইচ্ছা অনুসৰি
তোমাৰে ভগিনী সেই মাধৱীৰো মই
দিম সংকাৰ সহ পাণি পৰিণয় ।
শকু। সখি। তোমালোক দুজনীকে মই
দিলোঁ সঁপি মাধৱীৰ ভাৰ ।
দুই সখী ( শোকত যোকাৰ্থক মানেৰে ) আৰু আমি ?
কাৰণো হাতত সখি ! এৰিলা আমাক ?

কণ্ব। অনসূয়া! প্ৰিয়ম্বদা!

প্ৰাণৰ জীয়াৰী মোৰ!

নাকান্দিবি, নাকান্দিবি আই!

তইঁতেই হব যদি অধৈৰ্য্য ইমান

কি কৰিম মই?

কোনে দিব শকুন্তলাক প্ৰবোধৰ বাণী?

শকু। পিতা! আশ্ৰমত চৰিফুৰা মৰমৰ মোৰ

গাভিনী হৰিণীজনী জগিব যেতিয়া

পঠাবা বতৰা এটি অনুগ্ৰহ কৰি

কদাপিতো নেপাহৰা যেন।

কণ্ব। নাপাহৰোঁ আই, থাকিব মনত।

শকু (পাছফালে আঁচলত টানি ধৰা হৰিণী[illegible])

ইকি—কোন?

ভৰিৰ কামত মোৰ টানি আঁচলত

কোনে মোক ধৰি ৰাখে কৰি বাধা দান?

কণ্ব। মুখত পিন্ধিলে কুশে ইঙ্গুদী তেলেৰে

কৰিছিলা ভাল তুমি যাৰ ক্ষতস্থান,

কৃষ্ণজহা চাউলৰ খুদ খাদ্য দানে

তুলিতালি যাক তুমি কৰিলা ডাঙৰ

সেই তোমনীয়া পুত্ৰ তোমাৰেই আই,

হৰিণ শিশুটি আজি ধৰে আগভেটি।

শকু। হে সোণাই! এৰি যাওঁ বুলি তোক মই

মোৰ লগতেই যাব আহিলি ওলাই।

কেচুৱাতে মাতৃহীন হই

তুলিতালি তোক মই কৰিলোঁ ডাঙৰ।
যদিবাও এৰি যাম গই—নকৰিবি ভয়
আজি হন্তে লব তোৰ ভাৰ
স্নেহবান পিতাই আমাৰ।
যা, ঘূৰি যা সোণ। নকৰ আমনি। ( কান্দি কান্দি যাবলৈ সাজু হল।)

কণ্ব। নাকান্দিবি, নাকান্দিবি আই!
অশ্রুজল কৰ সম্বৰণ।
নেদেখিবি বাট
অশ্রুজলে ঢাকি গলে দৃষ্টিপথ তোৰ
পৰি যাবি অসমান পথ।
আগবাঢ়।                [ সকলোৰে প্ৰস্থান।]

---

# চতুৰ্থ দৰ্শন

## আশ্ৰমৰ ওচৰৰ বনপথ

( কণ্ব, গৌতমী, দুই শিষ্য, শকুন্তলা আৰু সখীসকলৰ প্ৰবেশ।)

শাৰ্ঙ্গ। ভগৱন! পালোঁ ক্ষুদ্ৰ জলাশয়।
শাস্ত্ৰ বিধিমতে— আত্মীয় স্বজন
ঐপত্ত আহিব পাৰে এই সিমিলই।
ইয়াতেই কই যত বক্তব্য বচন
দিব লাগে বিদায় আমাক।

কণ্ব। উত্তম, সেয়ে হওক। ( বিশ্ৰাম ললে। সকলোৱে ৰহিল।)

কণ্ব। শুনা বৎস শাৰ্ঙ্গৰৱ !
নৃপতিৰ সন্মুখত
শকুন্তলা হলে উপস্থিত, কথা মোৰ হই—

শাৰ্ঙ্গ কোৱা দেৱ !

কণ্ব। কবা এইবুলি
শুনা হে ৰাজন !
উচ্চ কুল—উচ্চ বংশ—তোমাৰ ভূষণ
তুমি ৰাজৰাজেশ্বৰ
সসাগৰা বসুন্ধৰা অধীন তোমাৰ
আৰু মই
বনবাসী দৰিদ্ৰ ব্ৰাহ্মণ
সংযমৰ বিনে মোৰ নাই আন ধন।
কন্যা মোৰ এই শকুন্তলা
লীলাময়ী প্ৰকৃতিৰ কোলাত বৰ্দ্ধিতা
তৰুলতা বিহঙ্গিনী চঞ্চলা তটিনী
বনৰ হৰিণী যাৰ স্নেহৰ সঙ্গিনী ;
মুক্তপ্ৰাণা একোকে নজনা
শকুন্তলা পাৰিজাত—যাৰ সৌৰভত
দীৰ্ণ তপোবন মোৰ নন্দনকানন।
নাজানিলে গুৰুজনে
তুমি থাক সঙ্গোপনে
বিধিৰ বিধান মানি কৰিলা বিবাহ
সঁপি দিলোঁ সেই ৰত্ন হাতে হাতে আনি।
হে নৃপতি করুণাসাগৰ !

নকবা কদাপি যেন অনাদব তুমি।
বহুজনা মহিষী থাকন্ত
সম দৃষ্টি দানে তুমি কৰিবা চেনেহ।
ইয়াতোকে সৌভাগ্য অধিক
নিৰ্বিচাৰে পৰাধীনা তনয়াৰ মোৰ।

শাৰ্ঙ্গ। কম দেৱ!
এনেভাবে নিবেদন শুনাব বলাক।

কণ্ব। আকৌ শুনা আই! যদিও নাজানো মই
ব্যৱহাৰ লোক সমাজৰ
তথাপি কৰ্ত্তব্য মোৰ
দিওঁ মই তুমাৰাৰ উপদেশ বাণী।

শকু (আগলৈ আহি উপ দেশ শুনিবলৈ বল।)

কণ্ব। বৰ্তমানে গুৰুজন স্বামীৰ গৃহত
সযতনে সেৱিবা সবাকে,
প্ৰিয়সখী সমজ্ঞানে মিঠা বচনেৰে
সম্ভাষিবা সপত্নীসৱক।
ক্ৰোধত স্বামীয়ে যদি কৰে তিৰস্কাৰ
নিদিবা কদাপি তুমি প্ৰত্যুত্তৰ তাৰ
এৰি কষ্ট ভাব—তুষ্ট কৰি ৰাখিবা সদায়।
নিজকে নকৰি লিপ্ত সুখ সম্ভোগত
চিৰকাল সুখ সন্তোষত
ষতপ্ৰিব পৰিজন কৰিবা পালন,
নহলে ভাবিবা আই, হব অকল্যাণ
ৰমণীৰ পালনীয় পালি ই আচাৰ

গৃহিণী গৌৰৱে হবা আদৰ্শ ধৰাৰ।

গৌত। গাথি ৰাখা কৰ্ত্তব্যৰ এই মালাধাৰি
এযে বাচা গৃহিণীৰ যোগ্য উপদেশ
চিৰকালে ৰাখিবা মনত।

কণ্ব। আহ এবে আই, বিদায় কালত
মোক আৰু তোৰ এই সখীসকলক
কৰ আলিঙ্গন।

শকু (কণ্বক আলিঙ্গন) পিতা! ইযাৰ পৰাই
সখীসকলেও মোৰ লগনে বিদায ?

কণ্ব। সিহঁতো বিবাহযোগ্যা তেওঁৰে নিৰ্চনাই
সেইবাবে হই আজি তোৰ লগৰীযা
ৰাজধানীলই যোৱা নহয় উচিত।
গৌতমীকে পঠাওঁ লগত।

শকু (কান্দি কান্দি) পিতা! মলযাচলৰ পৰা
চন্দনলতাৰ দৰে হই দেশান্তৰ
তোমাৰ শীতল কোলা এৰি গই মই
বৰ জানো পাৰিম জীযাই ?

কণ্ব। কিয আহ, বিহ্বল ইমান ?
অভিজাত স্বামীৰ গৃহত,
গৃহিণীৰ পূৰ্ণ গৌৰৱত
ভোগ কৰি সুখ শান্তি বিপুল বৈভৱ
গুৰুকাৰ্য্য সম্পাদন কৰিবি সদায।
যেনে দৰে উদযাচলে
জন্ম দিযে দীপ্ত ভাস্কৰক

সেইদৰে তয়ো
অচিৰাত কৰিবি প্ৰসৱ
তেজবান বীৰ্য্যবান বীৰপুত্ৰ ধন
যি পুত্ৰই ত্ৰিভুৱন কৰিব শাসন।
তেওঁ আৰু কিহৰ বেজাৰ?
কৰ আই সম্বৰণ তপ্ত অশ্ৰুধাৰ

শকু (পদতলত বহি) পিতা প্ৰণাম।

কণ্ব। মোৰ আশীৰ্ব্বাদমতে কৰি সিদ্ধিলাভ
হক তোৰ সৌভাগ্য পৰম

শকু। আহা সখি! দুইজনা মিলি তোমালোক
একেলগে আলিঙ্গন কৰা আজি মোক।

সখীসকল। (আলিঙ্গন)

অন। ৰাজনিয়ে যদি সখি! পাহৰে তোমাক
তেনেহলে দেখুৱাবা তুমি
নৃপতিৰ নাম লিখা এই আঙঠিটি

শকু। সখি! শুনি এই কথা
কিয় মোৰ কঁপি গল হিয়া?

প্ৰিয়। সখি! নকৰিবা চিন্তা অমূলক।
যত্তে স্নেহ—তত্তেই সংশয়।

শাৰ্ঙ্গ। গুৰুদেৱ! হল দ্বিপ্ৰহৰ
বিলম্বৰ নাই প্ৰয়োজন।

শকু। পিতা, আকৌ কেতিয়া পুনু
ঘূৰি এই তপোবনলৈ?

কণ্ব। দিগন্তব্যাপিনী এই বিপুলাধৰণী
হব আহ, সতিনী তোমাৰ।

ভুঞ্জি ৰাজ্য পৰম হৰ্ষেৰে ।
দীৰ্ঘকাল—বহু বৰ্ষ ধৰি
যোগ্যবান মহাবীৰ পুত্ৰৰ হাতত
সিংহাসন—ৰাজদণ্ড—কৰি সমৰ্পণ
মুক্তিপ্ৰাৰ্থী স্বামীৰ লগত
আহিবা পুনৰ এই তপোবনলই ।
মুক্তি, শান্তি, মনৰ আনন্দ
তোমাৰ মিলিব ইয়াত ।

গৌত । বহু বেলি হল বাচা,
পিতাৰাক কোৱা সাৱলই
আমাৰ নহব যোৱা
তেও যদি নেযাব আগতে

কণ্ব । আই ! আৰু মই নকৰোঁ পলম
তপস্যাত মিলিব বিঘিনি ।

শকু । তপস্যাই উৎকণ্ঠা পিতা, হৰিব তোমাৰ
কিহেনো গুচাব মোৰ উৎকণ্ঠা মনৰ ?

কণ্ব । কি কৰিম মই ভাবি পোৱা নাই ।
( অলপ চিন্তা কৰি )
আই ! পৰ্ণ কুটিৰৰ মোৰ দুৱাৰমুখত
যত্নমানে তুমিধান সিচিছিলি তই
শোকৰ উপৰি শোক বঢ়াবৰ হেতু
সকলোটি মেলিছে অঙ্কুৰ ।
যা আই ! নকৰ পলম
আৰু কিয় মমতাৰ মেলা ?
আৰু কিয় বান্ধি ৰাখ মায়াৰ ডোলেৰে ?
[ দুই শিষ্য, গৌতমী আৰু শকুন্তলাৰ প্ৰস্থান । কিছু সময় কাকো মাতবোল নাই ।

অন। সৌ যে, সৌ যে পিতা !
চল সখী শকুন্তলা চকুৰ আঁতৰ।

প্ৰিয়। ক্ষন্তেকতে চল সখী অদৃশ্য আমাৰ।

অন। আহিবনে উলটি পুনৰ
জীৱনৰ সেই সুখ-দিন ?

প্ৰিয়। লাগিবনে যোৱা আৰু ছিঁড়ি যোৱা বীণ ?

কণ্ব। অনসূয়া ! প্ৰিয়ম্বদা ! বল আহঁহঁত।
লই যাও দীৰ্ণ প্ৰায় জীৰ্ণ গৃহলৈ।
নাকান্দিবি, নাকান্দিবি আৰু
জগতত চেনেহৰ ৰীতিয়েই এনে।
শকুন্তলা জীয়াৰীক মোৰ
পঠিয়াই স্বামী গৃহলৈ
আজিহে পাৰিছোঁ। হব পৰম নিশ্চিন্ত।
গচ্ছিত ধনৰ দৰে কন্যা পৰকীয়া
স্বামীৰ মাথোন তাত ন্যায্য অধিকাৰ।
পতিৰ কাষলৈ সতী কৰিছে গমন
মুক্ত হলোঁ। আজি মই—পাতলিছে ভাৰ। [ প্ৰস্থান। ]

---

## ঐক্যতান

---

# পঞ্চম অঙ্ক

## সঙ্গীতশালাৰ ওচৰৰ ৰাজভৱন

সঙ্গীতশালাৰ পৰা বিবিধ ৰাগ-ৰাগিণী বাদ্যযন্ত্ৰৰ সুৰত ভাহি আহে।

ৰজা হৰ্ম্যত উপবিষ্ট, পাছফালে বেত্ৰৱতী, ওচৰতে বিদূষক।

বিদূ। বোলোঁ স্বৰ্গদেৱে ভাবিছা কি? সঙ্গীতশালাৰ ফালে এবাৰ কাণ দুখন থিয় কৰাচোন। শুনিছানে সেয়া—সুৰৰ কচৰৎ। আমাৰ বাদ্যকৰ সকলে বাদ্যযন্ত্ৰৰ সিংহদন আৰু হনুমানবৈঠক আৰম্ভ কৰি দিছে। বাঁহো—বা—বাহোৱা! বোধকৰোঁ সেই গৰাকী দেৱী হংসপদিকা। আমাৰ ক খ গ ঘ ঙ অৰ্থাৎ সঙ্গীতৰ সা ঋ গা মা ধা নি সা নাকীসুৰত ঝনঝনাই নিছে।

নেপথ্যত হংসপদিকা।

—গীত—

কিয়নো আহিলি কিয়নো গুচিলি
অ' লতুৰা! কি খেলা খেলিলি তই?
আমৰে মঞ্জৰী চুমিলি গুঞ্জৰি
কলীয়া বলিয়া হই।
নব মধু আশে উৰি গুচি গলি
পুৰণি পীৰিতি পাহৰি সমূলি
লভি কমলিনী কৰি আদৰিণী
মজিলি তাতে যে গই!

ৰজা। চমৎকাৰ গান!

বিদূ। সঙ্গীতৰ মৰ্ম্মাৰ্থ আৰু দৰ্শ্মাৰ্থ বুজিব পাৰিলানে স্বৰ্গদেও?

বজা। এবার মাধোন হল প্রণয়িনী যেউ
এবে হল ভাবাব গানৰ।
ৰোৱা সখা! কোৱা গই হংসপদিকাক
নিজৰ দোষতে মই পালো। তিৰস্কাৰ
অপৰাধ কৰিছো স্বীকাৰ।

বিদু। স্বৰ্গদেওৰ আদেশ অৱশ্যে পালন কৰিম। কিন্তু বয়স্য! এটা কথা ভাবি চাইছানে নাই? অবণাৰ মাজত তপস্বীক দেখা পালে যেনেকৈ জাকে জাকে অপেশ্চৰ উঁৰ আহি কাণে মূৰে পৰি চুকি চেকুৰাই দিয়ে তেনেকৈ মই গৈ সঙ্গীতশালাত সোমালে দেখো হংসপদিকাই সহচৰী আইদেউসকলৰ সৈতে এই দুৰ্ভীয়া বামুণৰ টিকনি কোচাত এনে একোটাইত চুমা দিব যে সতকাই তাৰপৰা একবাই আনিবলৈ কাৰো সাধ্য নহব।

ৰজা। সেইবাবে নকৰিবা ভয়।
বুদ্ধিৰ সাগৰ তুমি
কোনো এটা বুদ্ধি কৰি অৱশ্যে নিশ্চয়।

বিদু। হয় নেকি? তেনেহলে একো কথা নাই। আইদেউইতক এবাৰ চাবেই আহোঁগৈ। [ প্ৰস্থান ]

ৰজা নাই মোৰ একোৱেই দুখৰ কাৰণ।
নাই কোনো প্ৰিয়জন বাধা বিৰহৰ
তথাপিতো শুনি এই গান
কিয়নো উৎকণ্ঠা বাৰু জাগিছে প্ৰাণত?
সকলো সুখে সুখী হই ৰম্য বস্তু দেখি
শুনি আৰু মধুৰ সঙ্গীত
যি জনৰ চিত্ত এনে ভাৱৰ আবেগ,
লুপ ভাবে সুপ্ত হই অন্তৰত থকা
সিজনৰ পূৰ্ব জন্ম বিজড়িত স্মৃতি

নিজৰ অজ্ঞাতসাৰে প্ৰাণে আচৰিতে।
অন্তৰত ৰুদ্ধ হোৱা সেই পূৰ্ব্ব স্মৃতি
চেষ্টা কৰে অতৰ্কিতে মুক্ত হ'বলৈ [ কঞ্চুকীৰ প্ৰৱেশ ]

কঞ্চুকী। স্বৰ্গদেওৰ জয় হোক।
হিমালয় উপত্যকা অৰণ্যনিবাসী
মহৰ্ষি কণ্বৰ শিষ্য তপস্বীসকল
আহিছে সস্ত্ৰীক।
দুৱাৰত ৰই
ৰাজদৰ্শনৰ হেতু কৰিছে অপেক্ষা।

ৰজা। কি কলা কঞ্চুকি!
মহৰ্ষি কণ্বৰ লই শুভ সমাচাৰ
সস্ত্ৰীক তপস্বীদল ৰাজতোৰণত ?

কঞ্চুকী। সঁচা স্বৰ্গদেও, কোনো নাই ভুল।

ৰজা। যোৱা তেনে কোৱা গই
উপাধ্যায় সোমৰাতে আশ্ৰমবাসীক
অতি শীঘ্ৰে বৈদিক কাৰ্য্যেৰে
সম্বৰ্দ্ধনা কৰক প্ৰথমে
তাৰ পিছে নিজে তেওঁ আনক লগত।

কঞ্চুকী। যি আদেশ অৱশ্যে জনামা। [ প্ৰস্থান ]

ৰজা। বেত্ৰৱতি। কিবা হেতু মহৰ্ষি কণ্বই
পঠিয়ালে আচম্বিতে শিষ্যসকলক ?
কিজানিবা আশ্ৰমৰ যজ্ঞৰ কাৰ্য্যত
দুৰন্ত ৰাক্ষসে পুনু জন্মায় ব্যাঘাত
নতু কোনো আন দুৰাচাৰে
আশ্ৰমত কৰে অত্যাচাৰ ?

কিম্বা তাত মোৰেই পাপত
অনাবৃষ্টি হয় সৃষ্টি— দুৰ্ভিক্ষ দাৰুণ
বৃক্ষলতা ফলফুলহীন ?
নাজা'নছো কি বিপদ।
নানা ভাবে মন মোৰ কৰিছে পীড়ন।

বেত্ৰ। স্বৰ্গদেও। মোৰ মনে ধৰে
নৃপতিৰ সুশাসন হেতু
মহৰ্ষি কণ্বই আজি কৰে আশীৰ্বাদ।

( পুৰোহিত সোমৰাত, কঞ্চুকী, গৌতমী, শিষ্য দুজন আৰু শকুন্তলাৰ প্ৰবেশ।
ৰজাঃ তেওঁলোকক আঁতৰতে দেখি সন্মান দেখুৱাবলৈ
আসনৰপৰা উঠি থিয় হৈ ৰয়। )

কঞ্চু। এই ফালে আগবাঢ়ি আহক সকলো।

শাৰ্ঙ্গ। চোৱা সখি শাৰদ্বত!
লাভ কৰি যাৰ সুশাসন
সুৰক্ষিত বৰ্ণাশ্ৰম ধৰ্ম্ম সনাতন
দিগন্ত বিয়পি যাৰ
দশোদিশে—বহু কণ্ঠে উঠে যশোগান
ৰাজৰ্ষি দুষ্মন্ত সেহ মহা ভাগ্যবান।
তথাপিতো নিৰ্জনৰ উপাসক আমি,
জনকোলাহলপূৰ্ণ এই ৰাজধানী
অগ্নিগৃহ যেন লাগে মনত আমাৰ

শাৰ। সঁচা সখি! তোমাৰে নিচিনা ঠিক
হল মোৰো অৱস্থা মনৰ।
দেখা পাই নগৰৰ বিলাসীসকল

অশুচিৰ ভাব মোৰ জন্মিছে মনত।
অস্নাতক দেখা পালে হয় যেনে ভাব
শুচি আৰু অশুচিৰ যেনে ব্যৱধান
পৰাধীন বদ্ধ জন দেখিলে আগত
স্বাধীন জনৰ মন হয় যেনেকুৱা
ঠিক আজি তেনে দশা হৈছে আমাৰ।

শকু। (সশঙ্কে) হঠাতেই নাচি উঠে আগ চকু মোৰ
কোৱা পেঁচীদেউ! কিনো অমঙ্গল?

গৌত। দূৰ হক অমঙ্গল কল্যাণী তোমাৰ।

সোমৰাত। তাপসমণ্ডলি!
বৰ্ণাশ্ৰম ধৰ্ম ৰক্ষাকৰ্ত্তা—ৰজাদুষ্মন্তই
তোমালোক অহাৰ আগতে
আসনৰপৰা উঠি জনায় সন্মান।

ত্ৰ। প্ৰফুল্ল বদন দেখি ঋষিসকলৰ
প্ৰভু!
আশা কৰা যায় মাথোঁ শুভ সমাচাৰ।

ৰজা তাপসসকল। কোন এই সঙ্গিনী লগত
পাণ্ডুপত্ৰ মাজে যেনে
সুশোভিতা নবীন পল্লৱ
পৰম লাৱণ্যময়ী দেৱকন্যা সমা
কোন এই অৱগুণ্ঠনৱতী?

বেত্ৰ। স্বৰ্গদেও! দেখি এনে সৌন্দৰ্য্য-প্ৰতিমা
কোনি তেওঁ জানিবৰ হেতু
সকলোৰে জাগে কৌতূহল।

ৰজা (স্বগত) ছিঃ কি ভাবিছোঁ!! পৰৰ ৰমণী তেওঁ

দর্শনো যে নহয় উচিত।

শকু (স্বগত) ধৈর্য্য ধৰ মন। নহবি চঞ্চল।

সোম। স্বৰ্গদেওৰ জয় হোক।

তাপসক যথাবিধি ক'ৰলোঁ অৰ্চনা।

এতিয়া শুনিব লাগে

সমাচাৰ মহৰ্ষি কণ্বৰ।

ৰজা। কোৱা দেব। শুনিম নিশ্চয়।

দুই শিষ্য (হাত দাঙি) নৃপতিৰ জয় হওক।

ৰজা। অভিবাদন ক'ৰছোঁ আপন।

দুই শিষ্য। নৃপতিৰ কল্যাণ হওক।

ৰজা। কোৱা দেব।

হোৱা নাই তপস্যাৰ অলপো ব্যাঘাত?

শাঙ্গ। বিশ্বৰ ৰক্ষাকৰ্ত্তা নিজে মহীপতি

ধৰ্মকাৰ্য্য সেই তাপসৰ

সংকটে বিপন্ন নহব।

সূৰ্য্যই যেতিয়া কৰে মহিমা বিস্তাৰ

পাৰে জানো ৰব অন্ধকাৰ?

ৰজা (স্বগত) আজিহে সাৰ্থক মোৰ ৰাজৰ্ষি সন্মান।

(প্ৰকাশ্যে) পূজ্যপাদ গুৰু কণ্ব আছেন কুশলে?

সাৰ। হে ৰাজন। সিদ্ধি যিসকল

স্বেচ্ছাধীন তিসৱৰ কুশল নিজৰ।

শুভাশুভ প্ৰশ্নৰ পিছত

কৰিছে আপন তেওঁ—

ৰজা। কি আদেশ ভগৱন্ত শিৰত?

শাঙ্গ। কলে তেওঁ পৰম হাবিষে

গন্ধৰ্ব্ব বিধান মতে আশ্ৰমত থাকি
যি বিবাহ নৃপতিয়ে কৰিলে সম্পন্ন
সেই কথা জানি তেওঁ সুখী অতিশয়।
যোগ্যবান নৰৰ মাজত
যেনেকই শ্ৰেষ্ঠতম ৰাজৰ্ষি দুষ্মন্ত
সেইদৰে মূৰ্ত্তিমতী সৎক্ৰিয়া সমা
এই সতী শকুন্তলা অতি মনোৰমা।
সমগুণ অধিকাৰী এনে বধূ-বৰ
সম্মিলিত কৰি প্ৰজাপতি,
চিৰকাললই নিন্দা গুচালে নিজৰ।
সুপুত্ৰসম্ভৱা আজি এই শকুন্তলা
নৃপতিয়ে কৰক গ্ৰহণ
সহধৰ্ম্ম চৰু আচৰণ।

গৌত। আৰ্য্য! পালে অৱকাশ
আছে ইচ্ছা কবলই মযো দুআষাৰ।

ৰজা। কোৱা দেৱি! শুনিম ভক্তিৰে।

গৌত। লোৱা নাই এই শকুন্তলা
গুৰুজন কাৰো অনুমতি।
তুমিও সিদৰে হে ৰাজন!
বন্ধুবৰ্গ আত্মীয় স্বজন
কাৰো প্ৰতি অপেক্ষা নকৰি
সমাধা কৰিলা দুয়ো
নিৰ্জ্জনত যুগল-মিলন।
উভয়ৰ শুভ মিলনত
এনে এটা হৰ্ষৰ কাৰ্য্যত

নাই আৰু কবলৈ বক্তব্য অধিক।

শকু (স্বগত) এইবাৰ আৰ্য্যপুত্ৰ মোৰ
দিয়ে কিনো সন্নিধান থাক!

ৰজা। ইকি! কি শুনিছো মই?
সকলো যে কল্পিত কাহিনী।

শকু (স্বগত) হায় হায়!
ইহেন কথাও মই শুনিব লাগিল?
কটা ঘাত পাৰণিৰ ছিটা।

শাৰ্ঙ্গ। মহাৰাজ!
অশোভন এনে কথা মুখত তোমাৰ।
জানা তুমি— হব লাগে কাক কেনে কথা
সেই বিষয়ত আছে ভাল অভিজ্ঞতা।
তথাপিতো পাহৰিছা কিয় -
সতী সাধ্বী হলেও ৰমণী
পিতৃৰ গৃহত যদি থাকে বহুকাল
সেই নাৰী ব্যভিচাৰিণী বুলি
চায় সবে সন্দেহ চকুৰে।
সেই কাৰণেই আজি বন্ধুৰূপে আমি
স্বামীৰ কাষত আনি
সমৰ্পিছোঁ ভাৰ্য্যাক তোমাৰ।

ৰজা। ইকি দেৱ আচৰিত কথা!
এই নাৰী মোৰ পৰিণীতা— নহয় সম্ভৱ!
কেতিয়ানো কৰালোঁ বিবাহ?

শকু (স্বগত) হৃদয়! যি আশঙ্কা কৰিছিলি তই
সেয়ে তোৰ মিলিল ভাগ্যত।

শাৰ্ঙ্গ। মহাৰাজ !
কি কাৰ্য্য কৰিলা তুমি আপোন ইচ্ছাৰে
তাৰ প্ৰতি বিমুখ হোৱাটো
হল জানো কৰ্ত্তব্য তোমাৰ ?
এনেনে ৰজাৰ ধৰ্ম্ম হস্তিনাপুৰৰ ?

ৰজা। হে তাপস ! এনেকুৱা অসৎ প্ৰস্তাব
কিবা হেতু মোৰ সমুখত ?
আছে নেকি গুপ্ত অভিসন্ধি ?

শাৰ্ঙ্গ। ঐশ্বৰ্য্যত মদমত্ত হয় যিসকল
জন্মে তাৰ এনেকুৱা চিত্ত বিকাৰ।

ৰজা। অযথাতে তিৰস্কাৰ লভিছোঁ যথেষ্ট।

গৌত। আই শকুন্তলা ! নাই আৰু লাজৰ সময়।
এৰ লাজ মুহূৰ্ত্তৰ বাবে
দিও মই ওৰণি গুচাই
দেখিলে মহাৰাজে অৱশ্যে চিনিব। ( ওৰণি খুলি দিয়ে। )

ৰজা ( স্বগত ) ইকি শোভা অপৰূপ অম্লানবদনা
হঠাতে উদয় হল—পোহৰাই ৰাজসভা মোৰ !
মোৰে হেনো পৰিণীতা—কয় বাৰবাৰ
কতা ? মোৰ কিয় নপৰে মনত ?
সেই মোৰ মধু স্মৃতি—কোন বসন্তৰ
কেনি আজি আঁৰ হল নহয় স্মৰণ
সঁচা মিছা নোৱাৰোঁ বুজিব।
ভোগ নে ত্যাগ
কি কৰ্ত্তব্য মোৰ ?
নিয়ৰত তিতি থকা কুন্দ ফুল পাই

এৰিব নে ধৰিব বুকুত
নোৱাৰে বুজিব যেনে লুব্ধ ভোমোৰাহ
তেনে ভাবে মযো নিৰুপায়।

বেত্ৰ। স্বৰ্গদেও অতিশয় ধৰ্ম্মপৰায়ণ
সেই বাবে মাথোঁ
এ[illegible] ৰপটক পাওঁ সমুখত
দৃঢ় ভাবে চিন্তা কৰি
ধৰ্ম্মাধৰ্ম্ম কৰিছে বিচাৰ
— ধন্য তুমি দুষ্মন্ত নৃপতি।

শাৰ্ঙ্গ। মহাৰাজ! দিয়া সমিধান। কিবা হেতু নীৰৱ ইমান?

ৰজা। পূজনীয় তপস্বীসকল! কৃপা কৰি কৰিবা মাৰ্জ্জনা।
সেই পৰিণয়—একোতেই স্মৰণ নহয়
তথাপিতো জানি সেই কথা
লই এই গৰ্ভৱতী পৰৰ তিৰোতা
কিবা দৰে মই—অঙ্কত এয প্ৰতিপন্ন কৰিম নিজকে
নিজ হাতে মেলি লম পাপৰ দুৱাৰ?

শকু (স্বগত) ধিক! ধিক আজি এই জীৱনত
বিবাহতে সন্দেহ যেতিয়া
সমূলি নিৰ্ম্মূল হল আশালতা মোৰ

শাৰ্ঙ্গ। উত্তম! পৰকেবা নপৰে মনত
আজি আমি তোমাৰ আগত
অহা নাই সেই কথা কৰিব বিচাৰ।
মহাৰাজ! মুনিৰ তনয়া এই
স্পৰ্শ তুমি কৰিছা যেতিয়া
মহৰ্ষি কণ্বই তাত দিছে সমৰ্থন

ভাবি চাবা হবনে উচিত
এনে ভাবে মহৰ্ষিক্ অপমান কৰা।
দস্যুৰ বেশেৰে তুমি আশ্ৰমত গই
মহামণি যি ৰত্ন কৰিছা লুণ্ঠন
সেই কথা গম পায়ো মহৰ্ষি কণ্বই
চোৰৰ হাততে দিছে চুৰ কৰা ধন। ইমানতো হবানে নিষ্ঠুৰ ?

শাৰ। মনে মনে থাকা শাৰ্ঙ্গৰৱ।
কবলগা আছিল যি কথা—
কোৱা হল সকলোখিনিকে।
শকুন্তলা। নিজ কাণে সকলো শুনিলা
মহাৰাজে অবিশ্বাস কৰিছে তোমাক !
পাৰা যদি তুমিয়েই—
যোগ্য বিশ্বাসৰ—ভালদৰে দিয়া সমিধান।

শকু (স্বগত) সেই অনুৰাগ যেবে—
পৰিণত হল আজি এনে বিৰাগত
সোঁৱৰাই দিলে জানো পাম কিবা লাভ ?
এনে ভাবে কলঙ্কৰ বোজা
কিনো দৰে লই মূৰ পাতি
নীৰৱে কৰিম সহ্য এনে অপমান ?

(প্ৰকাশ্য) আৰ্য্যপুত্ৰ। (অলপ থমকি)—নহয়
এই সম্বোধন আৰু নোশোভে মুখত
বিবাহতে সন্দেহ যেতিয়া—কিয় আৰু এই সম্বোধন ?
হে পৌৰৱ ! আশ্ৰমবাসিনী এক সৰলা বালিকা
অকপট অন্তৰেৰে পবিত্ৰ ভাবেৰে
কৰিছিল চৰণত প্ৰেম নিবেদন

দয়া কৰি কৰিছিলা গ্ৰহণ তেতিয়া।
আজি কিয় মৰ্ম্মবাণী এনে ব্যৱহাৰ ?
কোৱা দেৱ! কিনো মোৰ সেই অপৰাধ
কি পাপৰ এনে দণ্ড কৰিছা বিধান ?
এয়েনে ৰজাৰ ধৰ্ম্ম ?
এয়ে নে কি হল আজি কৰ্ত্তব্য তোমাৰ ?

ৰজা ( কাণত আঙুলি দি ) ক্ষান্ত হোৱা নাৰি।
কুলধ্বংসী নদীয়ে যিদৰে
সুবিমল স্বচ্ছ জল কৰি কলুষিত
তীৰৰ তৰুৰ মূল উভালি পেলায় ;
সেইদৰে কলঙ্কিনী তুমি
নিজ কুল কলঙ্কিত কৰি
নাশ কৰি সদাচাৰ মোৰ
বিচাৰিছা মোক আজি বুৰাব পাপত।

শকু। বেচ কথা! সেয়ে যদি হয়
পৰ নাৰী বুলি মোক কৰা তুমি ভয়
শুনা তেৱা সদাচাৰি! গুচাম সংশয়।
অভিজ্ঞান—তোমাৰেই দান
প্ৰণয়ৰ—আদৰৰ
উপহাৰ প্ৰথম তোমাৰ
দেখুৱাম—দিম মই প্ৰত্যক্ষ প্ৰমাণ,
তেতিয়াতো কৰিবা বিশ্বাস ?

ৰজা। দেখিলে প্ৰমাণ—অৱশ্যেই কৰিম বিশ্বাস।

শকু ( আঙুলিলৈ চাই [illegible] নেদেখি হতাশা হৈ )
সেহীদেউ। সেহীদেউ! কিনো হুকপাল ?

নাই মোৰ হাতত আঙঠি।
কোনে নিলে ? কত হেৰুৱালোঁ ?

গৌত। চিন্তা নকৰিবি আই!
শচীতীর্থ কুণ্ডৰ জলত
কৰিলি যেতিয়া তই অঞ্জলি প্ৰদান
বোধকৰো তেতিয়াই পৰিল আঙঠি।

ৰজা। ( মৃদু হাঁহি ) ব্ৰেচ বুদ্ধি খেলিছে মনত।
লোকে কয় এই তিৰিবোৰৰ
প্ৰত্যুৎপন্ন মতি তিৰোতা জাতিৰ।

শকু। ইহেন কথাও মই শুনিলো যেতিয়া
বুজিলোঁ নিশ্চিত আজি—দৈব বলবান।
মহাৰাজ!
আৰু আছে কত কথা—কত মধুৰ স্মৃতি।
সেইবোৰে অভিজ্ঞান মোৰ।

ৰজা। কোৱা তেন্তে অবশ্যে শুনিম।

শকু। এদিন যেতিয়া
বহিছিলো দুয়ো জন বেতৰ কুঞ্জত
আছিল হাতত মোৰ
পদুম পাতত সেই একাঞ্জলি জল—

ৰজা। তাৰ পিছে ?

শকু। দীৰ্ঘপাঙ্গ নামে সেই
"তোলনীয়া হৰিণ শিশুটি
কৰ পৰা জানো আহিল লৰৰি।
দেখি অচিনাকি জন
কাষলই নগল তোমাৰ,

মই তাক সেই জল যাচিলোঁ বেতিয়া
পিলে ইচ্ছামতে।
তেতিয়া কে ৰাজন!
জুয়োটাই একে বন্য বুলি
উপহাস কৰিলা আমাক
নপৰেনে সেই কথা মনত তোমাৰ?

ৰজা। ততোধিক চমৎকাৰ কাহিনী তোমাৰ।
শুনি এনে মউসনা কথা
সহজতে কামীজন হব মতলীয়া;
কিন্তু নাৰী!
সেই কথা নিষ্ফল ইযাত।

গৌত। মহাৰাজ!
তুগুনাৰী টান কথা তেনে।
আশ্ৰমপালিতা এই কন্যা শকুন্তলা
কপটতা অসত্যতা শঠতা একোৰে
কল্পনাতো যাৰ সতে নাই পৰিচয়;
নকৰিবা অবিচাৰ তুমি
এনে হেন সৰলাৰ প্ৰতি।

ৰজা। শুনা বৃদ্ধা তপস্বিনী!
মানুহৰ কথাকে নকওঁ
ইতৰ প্ৰাণীৰো আছে কপটতা জ্ঞান।
কুলিয়ে পোৱালি হোলে লোকৰ বাহত
এই কথা কোনেনো নাজানে?
সামান্য পখীৰে যদি এনে প্ৰৱঞ্চনা
কি বিশ্বাস আছে মানুহৰ?

শকু ( খঙেৰে ) এয়েই যথেষ্ট হে অনাৰ্য্য !

মুগুনাবা অধিক বক্তৃতা ।

ৰজা। ভদ্রে !—

শকু। শুনা হে অনাৰ্য্য !

তৃণেৰে আবৰি থকা কুৱাৰ নিচিনা

লই ধৰ্ম্ম আভৰণ

শোভা কৰি ছলনাৰে সত্যৰ আসন

নিজৰ নিচিনা বুলি ভাবিছা সৱাকে ?

তোমাৰ নিচিনা কোনে ধৰ্ম্মৰ নামত

এনে ভাবে অধৰ্ম্মৰ মাগিব শৰণ ?

ৰজা ( স্বগত ) ভ্ৰমশূন্য হয় ক্ৰোধ তাপসীবালাৰ ,

সঙ্কোচবিহীনা এই মূৰ্ত্তি ভয়ঙ্কৰ

অগ্নি দৃষ্টি —বঙ্কিম নয়ন

পুৰুষৰ দৰে কৰে বাণী উচ্চাৰণ ।

শীতক্লিষ্ট সম সঁউ কঁপে থৰথৰ

সমগ্ৰ শৰীৰ কঁপে, কঁপে বিম্বাধৰ ।

অকাৰণে এনে ক্ৰোধ নজন্মে কদাপি ।

ক'তা ? পূৰ্ব্ব স্মৃতি নহয় স্মৰণ

কিবা দৰে এই নাৰী মোৰ পৰিণীতা !

কিম্বা এই কঠোৰা কামিনী

কামানলে হই জৰ্জ্জৰিতা

হানে মোক গঞ্জনাৰ তীব্ৰ অগ্নিবাণ ?

সিও একো নোহে অসম্ভৱ ।

( প্ৰকাশ্যে ) শুনা ভদ্রে !

কৰি ক্ৰোধ পৰিহাৰ—

হস্তিনাৰ নৰপতি দুষ্যন্ত চৰিত্ৰ
জগতৰ সৰ্বত্ৰ বিদিত।
কলুষবিহীন মই নহও অকলে
দুষ্যন্তৰ শাসিত ৰাজ্যত
সকলো প্ৰজাই মোৰ
নিষ্কলঙ্ক নিষ্পাপ সততে।

শকু। ক্ষান্ত হোৱা হে ৰাজন্‌!
নালাগে শুনাব মোক যশস্যা তোমাৰ।
মুখত অমৃত—অন্তৰত তীব্ৰ হলাহল।
নিষ্কলঙ্ক পুৰুবংশ বুলি
নিসঙ্কোচে কৰিলোঁ বিশ্বাস
সেই পাপতেই—ধিক আজি মই
শত ধিক আজি মোৰ জীৱন যৌৱন।
যি পাপৰ হাতে হাতে পালোঁ প্ৰতিদান
বিনা দোষে—অকাৰণে তীব্ৰ অপমান!
লজ্জাহীনা বাৰাঙ্গনা সম
সহিলোঁ গঞ্জনা মই সভাৰ মাজত।
বিনাদোষে—অৱশেষে
এনে হেন লাঞ্ছনাও আছিল ভাগ্যত।

(মুখত কাপোৰ লৈ হুক হুক কৰি কান্দে।)

শাৰ্ঙ্গ। অভাগিনী!
যৌৱনৰ চপলতা হেতু
গোপনে প্ৰণয় কৰি নকৰি অপেক্ষা
ভাল বেয়া নকৰি পৰীক্ষা
সঁপিলি গোপনে হিয়া অজ্ঞাত জনক
তাৰে এনে বিষময় ফল!

প্ৰজ্বলিত বহ্নি সম সেই পূৰ্ব্ব প্ৰীতি
দগ্ধ কৰি হিয়া তোৰ
ছিন্ন কৰে মমতা বন্ধন
মিত্ৰক কৰিছে শত্ৰু
প্ৰণয়ক বিদ্বেষত কৰে পৰিণত।

ৰজা। তাপসকল!
স'চা বুলি মানি লই
প্ৰতি কথাকেই এই ক্ষুদ্ৰ বালিকাৰ
কৰ্ণে মানে যত কথা কই
নিসঙ্কোচে মিছা বুলি মানিছা প্ৰত্যয়
হযনে শোভন বাৰু এনে আচৰণ?

শাৰ্ঙ্গ। সভাসদবৰ্গ!
তোমালোকে সকলো শুনিলা।
কোৱাচোঁ এতিয়া বাৰু ভাবি চিন্তি চাই
কাৰ কথা যোগ্য বিশ্বাসৰ?
সংসাৰৰ অনভিজ্ঞা সৰলা বালিকা
আশ্ৰমত আজন্ম পালিতা
অসত্য শঠতা আদি মিথ্যা প্ৰৱঞ্চনা
যাৰ সতে কেতিয়াও নাই জনাশুনা
কিম্বা
কপটতা, প্ৰৱঞ্চনা শাঠ্য মিথ্যাচাৰ
কলা-বিদ্যা সম যাৰ সামগ্ৰী শিক্ষাৰ;
সেই জন নৃপতিৰ কথা
অকপটে কৰিবা বিশ্বাস?
কোৱা, কোৱা সভাসদ!

কোন জন হব পাৰে বিশ্বাসভাজন ?
ৰজা দুষ্যন্ত নে এই শকুন্তলা ?

ৰজা। ক্ষান্ত হোৱা ঋষি !
মানি ললোঁ দুষ্যন্তই
নিজকেই মিছলীয়া বুলি।
কিন্তু কোৱা হে তাপস।
প্ৰতাৰণা কৰি মই এই বালিকাক
হব পাৰে মোৰ বাৰু কি উদ্দেশ্য সাধন
- হব কিনো লাভ ?

শাৰ্ঙ্গ। হব নিপাতলাভ।

ৰজা। 'হব নিপাতলাভ'।
এই কথা অতি অশ্ৰদ্ধাৰ।

শাৰ্ঙ্গ। হে ৰাজন !
তৰ্ক-বিতৰ্কৰ আৰু নাই প্ৰয়োজন।
গুৰুৰ আদেশ আমি কৰিলোঁ পালন
এতিয়া উলটি যাম তপোবনলৈ।
শুনা মহাৰাজ !
এই জনী তিৰোতা তোমাৰ
স্বামীয়েহে একমাত্ৰ গৰাকী পত্নীৰ
কৰিবানে নকৰা গ্ৰহণ
সেই কথা তযু ইচ্ছাধীন।
নাই আৰু বক্তব্য আমাৰ।
আহা গৌতমী ! ( প্ৰস্থানোদ্যত। )

শকু। ইকি ! প্ৰৱঞ্চকে কৰিছে বঞ্চনা
সেই বুলি হেৰা ভ্ৰাতৃগণ !

তোমালোকো সেইদৰে হই নিদাৰুণ
যাবা নে তহাই মোক অতল জলত ? ( ৰংগতে যাব খোজে । )

গৌত । আই ! আই মোৰ ! ( শকুন্তলাক বুকত সাবটি লয় । )
বৎস শাৰ্ঙ্গৰব ! শাৰদ্বত !
নিষ্ঠুৰ স্বামীয়ে আজি
পৰিত্যাগ কৰিছে বাছাক
সেইবাবে মাথোঁ
পাছে পাছে কান্দি কান্দি আহিছে আমাৰ ।
নাহি বাৰু যাবনো কলই ?

শকু ( লাজ আৰু ভয়ত কঁপনি । )

শার্ঙ্গ । শুনা ভনী শকুন্তলা !
নৃপতিয়ে শুনালে যি কথা
প্ৰকৃততে যদি সঁচা হয
তেন্তে তুমি নিশ্চয় জানিবা
ইহকাল পৰকাল হেৰুৱালা তুমি
কুলটাৰ নোহে স্থান পুণ্য তপোবন ।
আৰু যদি মিছা সেই কথা
এতিয়াও সুপবিত্ৰা পতিব্ৰতা তুমি
তেন্তে ভনী !
দাসী বৃত্তি স্বামীৰ গৃহত
নহয লাজৰ কথা সিও গৌৰৱৰ ।
আহোঁ আমি, ইয়াকেই ৰাখিবা মনত ।

ৰজা । ৰবা হে তপস্বী !
ছলনাৰে এই ললনাক
কিবা হেতু এৰি যোৱা পৰৰ ঘৰত ?

সূর্য্যত বিদবে হয় পদ্মৰ বিকাশ
কৰে মাথোঁ কুমুদিনী চন্দ্ৰই প্ৰকাশ
সেইদৰে বি পুৰুষ হয় জিতেন্দ্ৰিয়
পৰস্ত্ৰীক নকৰে দৰ্শন।
জানি থোৱা ইযাকো জগতে
হস্তিনাৰ নৃপতিৰ অন্তঃপুৰত
নাই স্থান পৰনাৰীলই।

শাৰ্ঙ্গ। মহাৰাজ!
বহু কাৰ্য্যে ব্যাপৃত হই
যাব পাৰা পূৰ্ব্ব স্মৃতি সমূলি পাহৰি।
ধৰ্ম্মলই কৰা যদি ইমানেই ভয়
দুৰ্ব্বল স্মৃতিকে সেই সাৰটি বুকুত
কোন ধৰ্ম্মমতে হে ধাৰ্ম্মিক!
হাঁচি হাঁচি ধৰ্ম্মপত্নী দিছা বিসৰ্জ্জন?

ৰজা। পুৰোহিত!
তুমিয়ে বিচাৰ কৰা
প্ৰকৃততে স্মৃতি মোৰ হল নে বিলোপ
কিম্বা এই ৰমনীয়ে কয় মিছা কথা?
ৰাখি এনে সংশয় মনত
হব পাৰে কি কৰ্ত্তব্য মোৰ?
ধৰ্ম্মপত্নী পৰিত্যাগ
কিম্বা
পৰস্ত্ৰীৰ সংসৰ্গত আত্মাৰ বিনাশ?

পুৰো। (কন্তেক চিন্তা কৰি)
স্বৰ্গদেও!

মোৰ দিহা মানি তুমি কৰিবানে কাজ ?

ৰজা। কোৱা দেৱ।
নকৰা সংকোচ।

পুৰো। যি পৰ্য্যন্ত নহয় প্ৰসৱ
মোৰ সেই পবিত্ৰ গৃহতে
থাকক সুখেৰে এই ঋষিৰ তনয়া।

ৰজা। তাৰ পৰা লাভ ?

পুৰো। জ্যোতিষীয়ে গণি পঢ়ি কলে বহু পূৰ্ব্বে
নৃপতিৰ প্ৰথম পুত্ৰই
ৰাজচক্ৰৱৰ্ত্তী সুলক্ষণ লই
জন্মিব ধৰাত।
মিলে যদি সেই কথা ঋষি দৌহিত্ৰত
ঠাই পাব এই নাৰী ৰাজকাৰেওত
আৰু যদি নহয় তেনুৱা
যাব তেওঁ আশ্ৰমৰ পিতৃগৃহলই।

ৰজা। উত্তম প্ৰস্তাৱ।
সোয়ে হক পুৰোহিতদেৱ।

পুৰো। আহা, মোৰ লগে লগে।

শকু। অসম্ভৱ।
অসম্ভৱ তেনে কথা দেৱ
লই এই কলঙ্কিত মুখ
নোৱাৰো থাকিব মই ক্ষন্তেক জীয়াই।
ভগৱতী বসুন্ধৰা।
আই মাতৃ মোৰ!
ঠাই দিয়া—ঠাই দিয়া তোমাৰ গৰ্ভত।

[ কান্দি কান্দি তেজস্বিনী মূৰ্ত্তিৰে প্ৰস্থান। সকলোৱে পাছে পাছে গল। কেৱল ৰজা আৰু প্ৰহৰী বেত্ৰৱতী থাকিল। ]

ৰজা ( অভিশাপত কিংকৰ্ত্তব্য বিমূঢ় হৈ মূৰ-কপালত হাত দি বহি ভাবিবলৈ ধৰিলে। )

[ নেপথ্যত—ভীষণ শব্দ - লগে লগে এজুবা স্বৰ্গীয় জুইৰ বজ্ৰচুৰা ৰশ্মি বজ্ৰমণ্ডত দেখা যায়—তাৰ একেলগে বহুত মানুহে চিঞৰি উঠে—'আশ্চৰ্য্য আশ্চৰ্য্য।' ]

ৰজা। ই আকৌ কি? ( বেগেৰে পুৰোহিতৰ প্ৰৱেশ। )

পুৰো। স্বৰ্গদেৱ! স্বৰ্গদেৱ!!
বিচিত্ৰ ঘটনা – অতি অলৌকিক।

ৰজা। কেনে দেৱ! কোৱা শীঘ্ৰ মোক।

পুৰো। শুচি গল কণ্ব শিষ্যদ্বয়।
সেই বালিকাই
নিজৰেই অদৃষ্ট ধিয়াই
ঊৰ্দ্ধবাহু হই কৰিলে ৰোদন।

ৰজা। তাৰ পিছে?

পুৰো। চাওঁতে চাওঁতে এক জ্যোতিৰ্ম্ময়ী নাৰী—
নামি আহি আকাশৰ পৰা
লই সেই বালিকাক কোলাত সুমাই
অপ্সৰা-তীৰ্থৰ ফালে পাখি মেলি পুনু
ক্ষন্তেকতে হল অন্তৰ্দ্ধান।

ৰজা। যি জনাক পৰিত্যাগ কৰিছো এবাৰ
লাভ নাই আৰু এবে ভাবি তাৰ কথা।
যোৱা পুৰোহিত!
কৰাগই বিশ্ৰাম তুমিও
বেত্ৰৱতী! লই বলা শয্যালই মোক।

পুৰো। স্বৰ্গদেৱৰ জয় হোক! [ প্ৰস্থান। ]

বেত্ৰ। এইফালে স্বৰ্গদেৱ! শয়ন-মন্দিৰ। [ প্ৰস্থান। ]

ৰজা। পৰিত্যক্তা মুনি-তনয়াক
কেতিয়া যে কৰালোঁ বিবাহ
কোনোমতে নহয় স্মৰণ।
কিন্তু মোক মনে যেন কয় ঘনে ঘনে
তেৱেঁ মোৰ পত্নী বিবাহিতা। [ প্ৰস্থান ]

---

—ঐকতান—

# ষষ্ঠ অঙ্ক

## প্ৰথম দৰ্শন

### ৰাজআলি

[ দুজন প্ৰহৰীয়ে এজন জালোৱাক ধৰিয়াই ধৰিয়াই বান্ধি আনিছে। ]

গীত

জালোৱা। ধৰিলো মাছ, পেলালো জাল
মিছাতে এই আজকাল

১ম প্ৰ। তোৰ স্বভাৱ নহয় ভাল।

২য় প্ৰ। হেৰ কটা! তই চোৰ

জালোৱা। দোহাই ঐ! দোষ নাই মোৰ

দুই প্ৰহ। তোৰ আমিয়ে যমকাল।

১ম প্র। জল্ জল্ জল্ হীৰাৰ আঙঠি
জালো। ছল্ ছল্ ছল্ চকু—
২য় প্র (খংহুৰে) কত পালি হেৰ দগাবাজ ?
জালো। দোহাই ঐ ! কঁপি যায় বুকু।
দুই প্রহ। আমি যমকাল—যমকাল !

১ম প্রহ। ভালে ভালে ক এতিয়া—এই ৰজাৰ নাম লিখা হীৰাপতোৱা আঙঠিটো তই কত পালি ?

২য় প্রহ। নহলে জানিছই নহয়—গেমেলা কেচা কিল। কিলত জান চুটিব বাপেৰে।

জালো। দোহাসকল ! শাস্ত্রে ভিৰিণ ধৰি কাৰউ কৰিছোঁ আৰু নোমাৰিবা। মই একো কুকৰ্ম্ম কৰা নাই।

১ম প্রহ। নকৰিবিভো। ভোৰ নিচিনা এজন সৎ বামুণ কত আছে ? সেইদেখি স্বৰ্গদেউ-ঈশ্বৰে ইয়াক আঙঠিটো দান কৰিছে। নহয়নে হেৰিয়া কি কয় ?

২য় প্র। নহয়নো কি বাপেকে ?

জালো। তোমালোকে মোক বিশ্বাস কৰা। মই এজন মাছুৰেচা জালোৱা।

১ম প্র। বোলো চোৰ-ডাঙৰীয়া ! আমি আপোনাৰ জাতি কুল বাবসাৰ পিতাৰ নাম সোধা নাই। সেইবোৰ সম্প্রতিকলৈ নেজানিলেও চলিব।

২য় প্র। নহযনো কি বাপেকে। [ নগৰপালৰ প্রৱেশ। ]

নগৰ। প্রহৰী ! ইযাক সকলো কথা কবলৈ দে।

১ম প্র। কবলৈ কোনে হাক দিছে। ক, সকলো কথা ক।

২য় প্র। নকব কিয় বাপেকে ?

জালো। মই জাল আৰু বৰশীৰে মাছ ধৰি লৰা-তিৰোতা পোহোঁ।

নগৰ (হাঁহি) বৰ ভাল কাজ! তোৰ ব্যৱসাযটো বৰ শুদ্ধ অ'।

জালো। নেহাঁহিবা দোতা! যাৰ যি ব্যৱসায তাক লোকে নিন্দা কৰিলেও ত্যাগ কৰিব নেপায। আৰু চোৱা, আমাৰ পুৰোহিত-বাপুসকল বৰ ভাল মানুহ। কিন্তু তেওঁলোকেও পূজাত ষেচ্ ষেচ্ কৰি ছাগলী কটায়। তাতকৈ জালো নিষ্ঠুৰ কোনোবা আছে।

নগৰ। থ, থ। তই আমাক শিকাব নেলাগে।

জালো। অলপতে মই এটা বৰ ডাঙৰ ৰৌ মাছ ধৰিলোঁ। ঘৰৰ মানুহজনীযে যেতিযা মাছটো কাটে পেটত এই আঙঠিটো ওলাল। তাকেহে মই বেচিবলৈ অনা পাই প্ৰহৰী ককাইহঁতে ধৰি আনিছে। এতিযা সকলো কথা টাইম্ কৰি চাই কাটিলেও কাটিব পাৰা, ৰাখিলেও ৰাখিব পাৰা।

২য় প্ৰ। নহয়নো আকৌ কি বাপেকে ?

নগৰ (আঙঠিটো শুঙি চাই) জালোৱা ককাই! ইয়াক যে তই মাছৰ পেটত পাইছিলি সেই কথাত সন্দেহ নাই। কেচেমা-কেচেম্ গোন্ধেই তোৰ কথাৰ এক লগৰ সাথী। এতিয়া ৰাজচৰালৈ যাওঁ। তাতে ইয়াৰ বিচাৰ হব।

১ম প্ৰ। বল চোৰ! বল।

২য় প্ৰ। নহয়নো আকৌ কি বাপেকে!

নগৰ! প্ৰহৰী! তইঁত যাব নেলাগে। মই ৰাজহাউলিৰ পৰা উলটি নাহো মানে তইঁতে ইহঁতৰ লগত ইযাতেই থাক।

১ম প্ৰ। যাওক

২য় প্ৰ। ভাল বাপেকে। [ নগৰপালৰ প্ৰস্থান। ]

১ম প্ৰ। আহৰি সময়ত ৰজাৰ তালৈ যাব লাগিব।

জালো। বিচাৰ কৰি দণ্ড দিযক।

২য় প্ৰ। এই চোৰটোক মাৰিবলৈ মোৰ হাতখন হুৰহুৰাই আছে বাপেকে।

জালো। অকাৰণতে নেমাৰিবা ককাই।

১ম প্ৰ। সৌৱা আমাৰ স্বৰ্গদেও ঈশ্বৰ এই ফাললৈকে আহিছে। নগৰপালে লগ পালেই। শোন। চোৰ! এইবাৰ তোৰ দেৱতাক সুঁৱৰি ল। সোণকালে শিয়াল শগুণৰ পেটলৈ যাব পাৰিবি।

২য় প্ৰ। শুভ ল, শুভ ল। মৰিলি বাপেকে।

জালো (কান্দি)। সঁচাকৈয়ে মৰিলোঁ নেকি? [নগৰপালৰ পুনৰ প্ৰৱেশ।]

নগৰ। প্ৰহৰী! জালোৱাক এৰি দে। স্বৰ্গদেৱে তাৰ কথা মানি লৈছে।

১ম প্ৰ। তেন্তে মিছাতেই যমৰ মোমায়েকৰ ঘৰ চাই আহিলগৈ।

জালো। দোস্তা! মই তোমাৰ দুখনি চৰণৰ নিকিনা গোলাম হলোঁ।

(নগৰপালক সেৱা কৰে।)

নগৰ। উঠ, উঠ। স্বৰ্গদেৱে তোক আঙঠিৰ উপযোগী মূল্য দিছে। এতিয়া!

২য় প্ৰ। নলৰ কিয় বাপেকে।

জালো (ধনৰ মোনা লৈ) বোলোঁ ঐ দালচেনাৰ মাক! কলৈ গলি? আজি মোৰ কপালখন চাই যাচু। (নগৰপালক প্ৰণাম কৰি) এই অধমৰ পৰতি বৰ দয়া।

১ম প্ৰ। দয়াৰ পৰিমাণ দেখিয়েই বুজা গৈছে আঙঠিটো এলাপেচা নহয়। বৰ মূল্যবান—স্বৰ্গদেউ-ঈশ্বৰৰ চখৰ বস্তু।

নগৰ। আঙঠিৰ মূল্যৰ কাৰণে স্বৰ্গদেৱে আদৰ কৰা যেন অনুমান নহল। আঙঠিটো দেখি যেন কোনো প্ৰিয়জনৰ কথা তেওঁৰ মনত পৰিল। আঙঠিটো লৈ স্বৰ্গদেউ গম্ভীৰ হল। লগে লগে দেখা পালোঁ— তেওঁৰ চকু দুটাও চলচলীয়া হৈ উঠিল।

১ম প্ৰ। তেন্তে আঙঠি পাই স্বৰ্গদেউ ঈশ্বৰৰ ভালো হল, বেয়াও হল?

২য় প্ৰ। এই জালোৱাই তাৰ মূল বাপেকে।

আলো। দৌতাইত ! থং নেথাবা। সেই আঙঠিব এই আধা মূল্য তোমালোকেও নিয়া।

২য় প্র। দে। তাৰে ফটিকা খাম বাপেকে !

নগৰ। আলোৱা ! তুমি মহৎ। আজিৰপৰা তুমি আমাৰ বান্ধৈ। বলা, সুৰাৰ মভাজনৰ ঘৰলৈ যাও। আগত কাদম্বীৰৰ কলহ বাখি মিতা পাতোঁগৈ। আহাঁ। (সকলোৰে প্ৰস্থান।)

---

## দ্বিতীয় দৰ্শন

### ৰাজউদ্যান

[ আকাশীযানত অপেশ্বৰা সানুমতী তললৈ নামি আহিল। ]

সানু। অপেশ্বৰা মেনকাৰ আদেশত মই
নামি আহি পদাৰ্পণ কৰিলোঁ ধৰাত।
সাধু আৰু দেৱতাসকলে
স্নান কৰা মিলিছে সময়
ৰাজৰ্ষিও আহিব এতিয়া।
ঋষিকন্যা শকুন্তলাৰ্হ
কেনে ভাবে অনুৰাগী তেওঁ
সমাধি-বিস্তাৰে মই জানিলোহেঁতেন।
কিন্তু তাত নামানি প্ৰত্যয়
পঠিয়ালে শকুন্তলা অনুৰোধ কৰি
প্ৰণয়ৰ ভাব অনুৰাগ
কৰিব লাগিব মই প্ৰত্যক্ষ দৰ্শন।
আহিছোঁ যেতিয়া

তিৰস্কৰিণী বিস্তাৰ কৰত
চাম মই সকলোকে লুকাই লুকাই।
কোনেও নেদেখে মোক
মই হলে দেখিম সবাকে।

( প্ৰাৰ হৈ বৰ। পৰভৃতিকাৰ প্ৰৱেশ। )

পৰ। ইকি ! মধুমাহ আহিল ধৰাত
সেইকাৰণেই যেন
মন মোৰ উলাহত হল উচাতন।
সৌ যে—বসন্তৰ জীৱন-সৰ্ব্বস্ব
থোপাথোপে আমৰ মুকুল
গছে গছে পৰিছে উপচি।
হে আম্ৰমুকুল !
নমস্তে, নমস্তে,
সম্ভাষণ জনাও তোমাক।
তোমাক বুকুত লই
বসন্তৰ মধুৰ উচৰ
হয় যেন এই বাৰ অতি শুভময়। ( মধুকৰিকাৰ প্ৰৱেশ। )

মধু। কিহে সখী পৰভৃতিকা।
অকলে অকলেএই কিহৰ আলাপ ?
মিলনৰ নে বিৰহৰ ?

পৰ। চোৱাচোন সখী মধুকৰিকা !
আমৰ মুকুল সউ দেখি গছে গছে
পাগলিনী হল আজি পৰভৃতিকা

মধু। কিনো কোৱা সখী।
মধুময় মধুঋতু আহিছে সঁচাই ?

পৰ। দেখা নাই জানো সখী!
দশোদিশে মনলোভা বসন্তৰ শোভা?
মধুকৰিকা! নাই আৰু ৰবৰ সময়
তোমাৰেই দিন আজি চোৱা মধুময়।
গোৱা গান—তোলা তান
আনন্দত কৰা আজি মতলীয়া প্ৰাণ।
মধু। আঁহা তেনে দুয়ো সখী, গাওঁ লগে ভাগে।

—গীত—

মধু। কুঞ্জে কুঞ্জে লতাপুঞ্জে
কোকিলে ধৰিলে তান—
পৰ। মুঞ্জৰি উঠিল আম্ৰ-মুকুল
দুয়ো। অ' সখী! আহিল প্ৰেমৰ বান
মধু। মধুৰ বসন্তে আহি
গছে গছে পাতে মেলা
দুয়ো। গোৱা আজি তাৰে গান—
পৰ। হিয়া দিয়া, হিয়া নিয়া
পাতা আজি তাৰে খেলা
দুয়ো। অ' সখী! আহিল প্ৰেমৰ বান।
মধু। মুখতে মুখনি থোৱা
ফুলৰে বুকুতে শোৱা
দুয়ো। মেলি দিয়া ফুল্ল প্ৰাণ,
পৰ। গুঞ্জৰে ভ্ৰমৰে চোৱা
মদন মঞ্জৰী হোৱা
দুয়ো। অ' সখী! আহিল প্ৰেমৰ বান।

পুত্ৰই উভয় কুল কৰক উদ্ধাৰ।

মাৰী। অতিশয় সুখৰ বিষয়—
সাধ্বী সতী শকুন্তলা মূৰ্ত্তিমতী শ্ৰদ্ধা,
মহাবল পুত্ৰ সৰ্ব্বদমন,
শুভ হোক তিনিওৰে এই সম্মিলন।

ৰজা। প্ৰথমতে ইষ্টসিদ্ধি পিছত দৰ্শন,
কিন্তু আজি হে মহৰ্ষি।
এনেকুৱা অনুগ্ৰহ আশ্চৰ্য্য তোমাৰ—
আগে ফুল, পিছে ফল
আগে মেঘ, পিছে বৰিষণ
জগতৰ এনে কাৰ্য্যক্ৰম—কৰি ব্যতিক্ৰম
তুমি মোক কৃপা দান কৰাৰ পূৰ্ব্বতে
পত্নী পুত্ৰ লভিলোঁ সম্পদ।

মাত। এনে ভাবে সৃষ্টিপতি মহৰ্ষিসকলে
জীৱৰ কল্যাণ সাধে কৰি অনুগ্ৰহ।

ৰজা। হে মহৰ্ষি। শকুন্তলা দাসীক তোমাৰ
গান্ধৰ্ব্ব প্ৰথাৰে মই কৰিলোঁ বিবাহ
তাৰ পিছে ভ্ৰান্ত হই মোহৰ জালত
বিসৰ্জ্জিলো এই হেন সোণৰ প্ৰতিমা
সেইবাবে মাগোঁ দেৱ। সংশয় তোমাৰ
মহৰ্ষি কণ্বক দিছো মনত বেজাৰ
অভিজ্ঞান দৰ্শনত মোহমুক্ত হই
অপৰাধ কৰিছোঁ স্বীকাৰ।
শুচি গলে গজৰাজ
পদদাপে কঁপাই মেদিনী

মনত কেৱল আছে সংশয়ৰ ভাব
কিন্তু পিছে দেখা পালে পৰি থকা খোজ
তেতিয়াহে হয় মাথোঁ হাতীৰ ধাৰণা ;
সেইদৰে আজি মোৰ মোহৰ অন্ত
পূৰ্ব্বৰ সকলো কথা পৰিছে মনত।

মাৰী। বৎস ! নকৰিবা অনুতাপ আৰু
ধ্যান যোগে সকলো জানিছো।
দুৰ্ব্বাসাৰ অভিশাপে মাথোঁ
যতমানে ঘটালে অনিষ্ট
—অভিজ্ঞান-দৰ্শনত হলা শাপমুক্ত।

ৰজা। তেন্তে মোৰ ৰক্ষা হল।
নোহে মাথোঁ শাপমুক্তি
অপবাদ মুক্তি হলোঁ মই।

শকু। মযো এবে নিশ্চিত বুজিলোঁ—
আৰ্য্যপুত্ৰে মোক
কৰা নাই অকাৰণে ত্যাগ।
ই যে অতি কথা আনন্দৰ।
মুনিয়ে কেতিয়া মোক দিলে অভিশাপ
শুনিলো মই—নপৰে মনত।
অৱশ্যে তেতিয়া
আৰ্য্যপুত্ৰ বিৰহত আছিলোঁ তন্ময়।
এতিয়া বুজিছোঁ
অনসূয়া প্ৰিয়ম্বদা সখী
বাৰে বাৰে অনুৰোধ কৰিছিল কিয়
দেখুৱাব আঙঠিটি ৰজাৰ আগত।

সপ্তদ্বীপা বসুন্ধৰা জিনিব হেলাৰে
পালিব সমস্ত প্ৰজা
ভাৰত নামেৰে হব ৰাজৰাজেশ্বৰ।

ৰজা। ভগৱন! তুমি যাৰ কৰিছা সংস্কাৰ
নাই তাৰ অসাধ্য একোকে।

অদি। শকুন্তলা তনয়াৰ প্ৰিয় সমাগম
জনোৱা উচিত এবে মহৰ্ষি কণ্বক।
কন্যাৰ স্নেহত বুৰি
আমাৰ সেৱাতে আছে নিযুক্ত মেনকা
এতিয়াই জানিব সকলো।

শকু। ভগৱতী!
মনৰ কথাকে মোৰ প্ৰকাশিছা তুমি।

মাৰী। তপোবল প্ৰভাৱত মহৰ্ষি কণ্বই
বুজি পাব সকলো কথাৰে
জনাব নতুন কৰি নাই প্ৰয়োজন।

ৰজা। তেওঁক মই বুজিছোঁ নিশ্চিত
নোৱাৰে বিতুষ্ট হব মোৰ প্ৰতি তেওঁ।

মাৰী। তথাপিতো দিব লাগে এই সুসংবাদ।
কোন আছা? [ শিষ্য গালৱৰ প্ৰৱেশ। ]

গালৱ। ভগৱন! কি আদেশ কৰিম পালন?

মাৰী। কোৱাগৈ মহৰ্ষি কণ্বক —
পুত্ৰৱতী শকুন্তলা এবে
ভাগ্যৱতী—দুৰ্বাসাৰ শাপমুক্তা হই।
পূৰ্বস্মৃতি লভি পুনৰাই
নৰপতি দুষ্মন্তই ক'লে গ্ৰহ

সমাৱেশ কৰি আজি ৰূপৰ হিল্লোল
তুলি দিয়া সুললিত গীতৰ কল্লোল ।
পটল পুষ্পৰ ৰেণু কৰি আহৰণ
মতলীয়া যি বনপৱন
তাকেই সেৱন কৰি—
অৱগাহি সৰসীৰ স্বচ্ছ সলিলত
দিবা নিদ্ৰা বননিৰ শীতল ছায়াত
কি আনন্দ—কি যে তৃপ্তিময় ।
গোৱা ভদ্ৰে '
নিদাঘৰ বিজয় সঙ্গীত ।

নটী । সেয়ে হক দেৱ,
তোমাৰ কথাতে মই গাঁথিম ছন্দত ।

—গীত—

আৱত নিদাঘ ধাৱত ধৰণী
কোমল কেশৰ
শিৰীষ মনোহৰ
অলিকুল-চুম্বিত ৰঞ্জিত বদনী ।
জয়মল উজ্জ্বল
লুলে কৰ্ণে কুণ্ডল
সুশোভিত সুন্দৰ সাজত ৰমণী

সূত্ৰ । সুন্দৰ । চমৎকাৰ সঙ্গীত তোমাৰ ।
মুগ্ধ যত সভাষদ এই সঙ্গীতত
চিত্ৰাপিত সৰ্ব্বস্থান নাট্যমন্দিৰৰ ।

কোৱা এবে, কি বিষয় কৰি অভিনয়
কৰোঁ চিত্ত-বিনোদন দৰ্শকবৃন্দৰ ?

নটী। কি আৰ্য্য ?
অভিজ্ঞান-শকুন্তলা নাট
আজিৰ নিমিত্তে দেখোঁ প্ৰস্তাৱ তোমাৰ !

সূত্ৰ। ঠিক কৰা পাহৰিছো মনত।
সিবাদৰে দ্ৰুতগামী সুন্দৰ হৰিণে
মহীপতি দুষ্মন্তকাৰুৰ
কৰিছিল চিত্ত বিমোহন
সেইদৰে মাগোঁ মোক ক্ষান্তকৰ বাবে
সুমধুৰ সঙ্গীতে তোমাৰ
কৰি দিলে আত্মবিস্মৰণ।
যোৱা, সাজ হোৱা গই
সোণকালে অভিনয় হক আৰম্ভণ। [ দুয়োৰো প্ৰস্থান

------

# প্ৰথম অঙ্ক

## প্ৰথম দৰ্শন

### বননি

দৃশ্য। [illegible] ৰথৰ ওপৰত ধনুৰ্বাণধাৰী
দুষ্মন্ত আৰু সাৰথিৰ প্ৰৱেশ।

সাৰথি। সম্মুখত সউ কৃষ্ণসাৰ
আৰু তাৰ পাছে পাছে
ধনুৰ্বাণ সুসজ্জিত দুষ্মন্ত নৃপতি !

প্ৰত্যক্ষ দেখিছোঁ যেন সন্মুখত মোৰ
নিজেই পিণাকপাণি মৃগয়াৰ্থী বেশে।

দুষ্য। হে সাৰথি!
আনিলে মৃগই মোক বহু দূৰলই।
সউ চোৱা ঘনে ঘনে ডিঙি বেকা কৰি
সচকিত সুন্দৰ চৰিণ।
পাছে পাছে অহা মোৰ ৰথলই চাই
কি লাৱণি অপূৰ্ব্ব চাৱনি!
বদ্ধ দৃষ্টি ৰাখি মোৰ তীক্ষ্ণ শৰলই
শূন্যে শূন্যে কঁপিযাই লৰিছে ভয়ত
কদাচিত পৰে থোক ধৰাৰ বক্ষত।
পৰিশ্ৰান্ত অৱশ শাৰঙ্গ
অৱসন্ন বিবশ শৰীৰ
আধা খোৱা কুমলীয়া ঘাঁহ
ওৰে বাটে সৰি পাৰ যায়!

সাৰথি। স্বৰ্গদেও! অসমান এই বনভূমি
সেইহেতু বাঘজৰী টানি ধৰি মই
ৰাখিছিলো অশ্বক সংযত
এই বাৰ নাহি ভয়
পালোঁ সমতল
নাই মৃগ অধিক দূৰত
সহজতে ধৰিম নিশ্চয়।

দুষ্য। তুৰঙ্গই কুৰঙ্গৰ গতি
অতিক্ৰম কৰিছে নিশ্চয়।

আগেয়ে যিবোৰ বস্তু দূৰত্বৰ হেতু
দেখিছিলোঁ অতি সূক্ষ্ম ৰথৰ বেগত
স্থূল তাক দেখিছোঁ এতিয়া।
আগৰ বিস্তৃত বস্তু দেখিছোঁ সমান
প্ৰকৃত বেকাও এবে
পোন যেন হয় অনুমান।
দূৰ কিম্বা ওচৰৰ কোনো দ্ৰব্য এবে
স্থিৰ হই বোৱা নাই মুহূৰ্ত্তৰ বাবে।
চোৱা হে সাৰথি!
এই বাৰ বানবিদ্ধ কৰিলোঁ হৰিণ।

(শৰ যোজনা কৰে।)

নেপথ্যত বৈখানস। হে ৰাজন!
ধনু শৰ কৰা সম্বৰণ
আশ্ৰমৰ মৃগ ইটো নকৰা সংহাৰ।

সাৰথি। মৃগ আৰু নৃপতিৰ বাণৰ মাজত
তাপস দুজনে আহি
আচম্বিতে জন্মায় বিঘিনি।
হে সাৰথি! টানি ধৰ বাঘজৰী
কৰা শীঘ্ৰে অশ্বক সংযত।

সাৰথি। যি আদেশ স্বৰ্গদেও। [দুজন শিষ্যৰ লগত বৈখানসৰ প্ৰবেশ।]

বৈখা (হাত দাঙি নিষেধ কৰি) মহাৰাজ! মহাৰাজ!
আশ্ৰমৰ মৃগ ইটো
নকৰিবা কদাপি সংহাৰ।
তুলাত অনল সম
সুকোমল মৃগৰ দেহত
নকৰিবা শৰৰ আঘাত।

ভাবি চোৱা হে ৰাজন।
একালে তোমাৰ
বজ্ৰৰ অগনি তুল্য তীব্ৰ তীক্ষ্ণধাৰ
আন ফালে—তাৰ তুলনাত
নিঃসহায় কত ক্ষুদ্ৰ সউ কৃষ্ণসাৰ।
সেইহেতু কৰা সংবৰণ
যি শৰ কৰিছা তুমি ধনুত যোজনা।
আৰ্ত্তৰ ৰক্ষাৰ হেতু অস্ত্ৰ নৃপতিৰ
বিনাদোষী তুৰ্ব্বলৰ বিনাশৰ বাবে
এনদৰে নকৰা প্ৰয়োগ।
দুষ্মন্ত। (প্ৰণাম জনাই) তপোধন! সংবৰণ কৰি শৰ
প্ৰণিপাত জনাও সাদৰে।
হে পুৰুবংশ প্ৰদীপ।
যোগ্য কাম কৰিছা তোমাৰ।
পুৰুবংশ জন্ম যিবনৰ
এনে কাৰ্য্য উপযুক্ত তাৰ।
কৰোঁ আশীৰ্ব্বাদ
ৰাজচক্ৰবৰ্ত্তী পুত্ৰ লভিবা ৰাজন।
১ম শিষ্য। সাৰ্ব্বভোম পুত্ৰ লাভ কৰক নৃপতি।
ৰজা। তাপসৰ পুত আশীৰ্ব্বাদ
কেতিয়াও বিফল নহয়।
বৈখা। হে ৰাজন। এতৰ সমীপ আমি আহিছোঁ বিচাৰি।
অতি ওচৰতে সউ মালিনী তীৰত
কুলপতি গুৰুদেৱ মহৰ্ষি কণ্বৰ
সুশোভন পুণ্য তপোবন,

কৰিছে বিৰাজ তাতে
আশ্ৰমৰ অধিষ্ঠাত্ৰী দেৱী শকুন্তলা।
কাৰ্য্য যদি নহয় ব্যাঘাত
আশ্ৰমৰ অতিথি স্বৰূপে।
মহাৰাজ তাতে গই জিৰালে ক্ষন্তেক
হম আমি পৰম কৃতাৰ্থ।

দুষ্য। আশ্ৰমত নাই কুলপতি ?

বৈখা। নাই গুৰুদেৱ।
অতিথি শুশ্ৰূষা ভাৰ
শকুন্তলা কন্যাক গতাই
প্ৰতিকূল দৈব-শান্তি কৰিবৰ হেতু
গল তেওঁ সোমতীৰ্থলই।

দুষ্য। সেযে হব
আশ্ৰমৰ দেৱীকেই কৰিম সাক্ষাৎ;
মহৰ্ষি আহিলে ঘূৰি
তেৰেই জনাব মোৰ ভক্তি নিবেদন।

বৈখা। আমি তেন্তে আহিলোঁ ৰাজন। [বৈখানস আৰু শিষ্যদ্বয়ৰ প্ৰস্থান ]

দুষ্য। হে সাৰথি!
নালাগে কৰিব আৰু অশ্ব সঞ্চালন
পদব্ৰজে চাওঁ আহাঁ শোভা আশ্ৰমৰ।

সাৰথি। যি আদেশ স্বৰ্গদেও। [ দুয়োবো প্ৰস্থান।

---

# দ্বিতীয় দৰ্শন

## আশ্ৰমৰ ওচৰৰ বনপথ

[ ৰজা আৰু সাৰথিৰ প্ৰৱেশ । ]

দুষ্য । চোৱা হে সাৰথি ।
নকলেও কোনো জনে আৰু
সহজে বুজিব পাৰি
ওচৰতে পুণ্য তপোবন

সাৰথি । কিবা দেখে স্বৰ্গদেও ?

দুষ্য । দেখা নাই জানো সউ তৰুমূলে মূলে
সৰিপৰা ওপৰৰ পৰা
চৰাই পোৱালীবোৰ
খাব ধৰা মুখৰ আহাৰ ?
মুনিয়ে শিলেৰে ভঙা ইঙ্গুদী ফলৰ
স্থানে স্থানে সউ আঠাবোৰে
পুণ্য তপোবন বুলি কৰিছে সূচনা ।
ৰথৰ ঘৰ্ঘৰ ধ্বনি শুনি মৃগবোৰে
অলপো নকৰি ভয় কাণ থিয় কৰি
চাই আছে অনিমেষ নেত্ৰে ।
ইমানতো কৰানে সংশয় ?
বাকলি বসন সিক্ত মুনিসকলৰ
নিজৰি নিজৰি পৰা সউ বাৰিধাৰা
জলাশয় পথৰেখা কৰিছে অঙ্কন ।

আৰু চোৱা—ক্ষীণ তটিনীৰ জল
বায়ুৰ তৰঙ্গ দ্বাৰা হই আন্দোলিত
তীৰৰ তৰুৰ মূল দিছে ধৌত কৰি।
হোম আৰু যজ্ঞৰ ধোৱাঁই
মলিন কৰিছে কেনে বৃক্ষৰ পল্লৱ!
শোভা কৰি ছিন্নকুশ এই উপবন
হৰিণা পোৱালীবোৰে মনৰ সুখত
আমাৰেই কাষে কাষে চোৱা
নিৰ্ভয়েৰে কৰে বিচৰণ।

সাৰথি। নাই আৰু সংশয়ৰ অলপো কাৰণ
স্বৰ্গদেও! তপোবন আগত আমাৰ।

দুষ্য। শুনা হে সাৰথি!
বিনীত ভাবেৰে অতি
আশ্ৰমত পদাৰ্পন নিতান্ত উচিত।
মোৰ এই ধনু শৰ আভৰণ যত
সকলোকে গতালোঁ তোমাক।
তাপস দৰ্শন কৰি এই আশ্ৰমৰ
ঘূৰি নাহোঁ মানে মই
যোৱা তুমি শীতলোৱা অশ্বক তোমাৰ।

সাৰথি। যি আদেশ কৰিম পালন। [ দুয়োবো দুকালে প্ৰস্থান। ]

---

# তৃতীয় দৰ্শন

## ষ্কুল তপোবন

[ ধীৰে ধীৰে দুষ্মন্তৰ প্ৰৱেশ ।

দুষ্য । প্ৰৱেশ কৰিলোঁ মই পুণ্য তপোবন ।
আহা কি সুন্দৰ !
বিৰাজিছে দশোদিশে শান্তিৰ প্ৰভাব
এযেনে আশ্ৰম সেই মহৰ্ষি কণ্বৰ ?
নতু এয়ে অমৰাৰ নন্দন কানন ?
ভৰি দিয়া মাত্ৰে মই এই কানন
শান্তিময হল মন স্বৰ্গীয় ভাবত !
ইচ্ছা হয় ৰাজকাৰ্য্য দিওঁ বিসৰ্জ্জন ।
উপভোগ কৰোঁ এই অমিযমাধুৰী ।
ইকি । আচম্বিতে দক্ষিণ বাহুত
কিনো হেতু উঠিল কম্পন !
ৰমণী-ৰতন লাভ ফল স্পন্দনৰ
হব জানো সম্ভৱ্ ইয়াত ?
কিম্বা—অবাৰিত হল ভৱিষ্যৎ
নিয়তিৰ অবাধ দুৱাৰ ?

নেপথ্যত । সখি । সখি । এই ফালে ।

দুষ্য ( কাণ অনাই ) সুললিত বাক্যালাপ ৰমণী কণ্ঠৰ
দক্ষিণ দিশৰ পৰা এই কাননৰ
ভাহি আহে বায়ু তৰঙ্গত
যাওঁ মই আগবাঢ়ি সেই ফাললই
( আগবাঢ়ি গৈ দেখা পাই ঘুৰি আহি একাষে গছৰ তলত থিয় হয় ) ।

দুষ্য। সউ যে তাপসবালা বনবিহাৰিণী
কাষত কলহ লই
গছৰ পুলিত কেনে পানী চটিযাই
আগবাঢ়ি আহে ধীৰে ধীৰে!
আহা—কি যে গৰীয়সী সৌন্দৰ্য-প্ৰতিমা!
এয়েনে স্বৰ্গৰ জ্যোতি চকু চাঁতমৰা।
কিম্বা
দেৱতা দুৰ্লভ
নন্দনৰ পাৰিজাত মন্দাৰ কুসুম?
দেখা যায তিনিটীকে দেৱবালা প্ৰায!
অন্তেসপুৰত মোৰ এনে ৰূপৰাশি
অতিকে দুৰ্লভ।
আজি মই বুজিলো নিশ্চিত
সৌন্দৰ্য্য-বিভৱ লই নিজ গৰিমাৰে
পৰাজিলে বনলতা উদ্যান লতিকা।

[ গছৰ পুলিৰ গুৰিত কাষৰ কলহৰ পৰা পানী চটিয়াই চটিযাই মন্থৰ গতিৰে শকুন্তলা, অনসূয়া আৰু প্ৰিয়ম্বদাৰ প্ৰৱেশ।

শকু। সখি! সখি! এই ফালে।
অন। শুনা হেৰা সখী শকুন্তলা!
বোধকৰোঁ পিতাই আমাৰ
আশ্ৰমৰ তৰু লতিকাক
স্নেহ কৰে তোমাতো অধিক।
নহয় যদিহে সঁচা মোৰ এই কথা
নৱমল্লিকাৰ দৰে কোমল তোমাক
কিয়নো পাচিব বাক পানী দিবলই?

শকু। অনসূয়া সখীটি প্ৰাণৰ।
নোহে মাথোঁ পিতৃ-আদেশত
সহোদৰ ভ্ৰাতৃৰ নিচিনা
তৰু তৃণ সকলোকে এই কাননৰ—কৰোঁ মই স্নেহ বৰিষণ।

দুষ্য (স্বগত) এৱেঁ নেকি শকুন্তলা কণ্বৰ জীয়াৰী।
(আচৰিত হৈ) ভগৱান কণ্ব—
বিজনাই এনে ভাবে এই যুৱতীক
দীক্ষা দিছে আশ্ৰম ধৰ্মত
নহয় কদাপি তেওঁ সত্ বিবেচক।
স্বভাৱসুন্দৰ এই কুমলীয়া তনু
সুকঠোৰ তপস্যাত নিয়োজিত কৰা
যি জনাই কৰিছে কামনা
নীল পদ্ম-প্ৰান্ত লই
শমীবৃক্ষ মূলচ্ছেদ কৰা
সিজনাৰ অৱশ্য বাসনা।
সেই কথা যিয়েকি নহক
হওঁ মই বৃক্ষ-অন্তৰাল
স্বচ্ছন্দ দেহৰ ভঙ্গী কৰোঁ নিৰীক্ষণ।

(গছৰ আঁৰত লুকায়।)

শকু। চোৱা সখী অনসূয়া!
চোৱা প্ৰিয়ম্বদা!
মোৰ এই বাকলি বসন
কিনো দৰে টানি টানি বান্ধিলা বুকুত
দিয়াচোন অলপ ঢিলাই।

অন। বৰু, দিওঁ বাক। (শকুন্তলাৰ বুকুৰ বসন ঢিলা কৰি বান্ধি দিয়ে।)

প্ৰিয় ( মিচিকিয়াই হাঁহি ) কোৱাচোন, দোষ কাৰ বাক ?
আমাৰ নে যৌৱনৰ ?
পাৰামানে কৰা তিৰস্কাৰ
অযাচিতে কিয় আহি যৌৱন-দেৱতা
বঢ়াই স্তনৰ ভাৰ কৰে বিপৰ্য্যয় ।
দুষ্য ( গছৰ আঁৰত স্বগত ) ঠিক কথা কয় প্ৰিয়ম্বদা ।
কান্ধৰ ওপৰে লই সূক্ষ্ম গ্ৰন্থীচয়
পীনোন্নত পয়োধৰ যতনে আৱৰি
মেৰিযাই দিছে গাত বাকলি বসন ;
মানস-নিকুঞ্জ তীৰে
যৌৱন জাগছে ধীৰে
শুকান পাতেৰে ঘেৰা কুসুমৰ প্ৰায়
শকুন্তলা ৰূপ-ৰশ্মি কৰে বিকীৰণ ।
কিম্বা—জীৰ্ণশীৰ্ণ সেই যে বল্কল
শকুন্তলা শৰীৰৰ
উপযোগী যদিও নহয়
তাৰো এৰে সৌন্দৰ্য্য-ঐশ্বৰ্য্য
জ্বলিছে উজ্জ্বল হই সেই দীপ্তি লই ।
যিবাহেতু শৈৱাল-আবৃত পদ্ম
কিম্বা—কলঙ্কত মলিনা চন্দ্ৰমা
অসুন্দৰ কদাপি নহয়
নোহে হ্ৰাস কেতিযাও সৌন্দৰ্য্য-গৰিমা ।
ভস্ম-অচ্ছাদিত যেনে হেমকান্ত মণি
মধুৰ আকৃতি যাৰ
স্বভাৱ-সৌন্দৰ্য্য তাৰ
ভেদি আভৰণ গাৰ
শতগুণে উঠে জ্বলি আপোনাআপুনি ।

মধু। আহাঁ এবে সখী।
ধৰাচোন মোক
ভৰ দি তোমাৰ কান্ধত
পাবোঁ মই আমৰ মুকুল।
সেই মুকুলেৰে এবে অঞ্জলি সজাই
ভক্তিভাবে পূজা কৰোঁ কন্দৰ্প দেৱতা
সুপ্ৰসন্ন হয় যেন তেওঁ।

পৰ। আধা ফল তোমাৰ পূজাৰ
দিযা যদি কৰিম সহায়।

মধু। নকলেও পাবা সখী, তুমি আধা ফল।
একজনকে প্ৰজাপতি দুই অংশ কৰি
জন্ম দিছে ধৰাত আমাক।

মধু। চোৱা সখী! কি ৰূপহ আমৰ মুকুল!
এতিয়াও ভালদৰে ফুলি উঠা নাই
তথাপি জলবপৰা আনিলো যোঁতৰা
তাৰেই গোন্ধত চোৱা
দশোদিশ হল আমোলমোল।

(পৰভৃতিকাৰ কান্ধত ভৰ দি উঠি আমৰ মুকুল পাযে।)

মধু। (যোৰ কৰে আমৰ মুকুলৰ অঞ্জলি লৈ)
হে অনঙ্গ! যৌৱনৰ জাগ্ৰত দেৱতা!
ভক্তিভাবে প্ৰণমো তোমাক।
কিনো মই জনাম প্ৰাৰ্থনা!
সজাই ৰাখিছা তুমি ফুল পঞ্চশৰ
মোৰ এই ভক্তি-উপহাৰে
সজ্জিত কৰিব শৰ তাৰেই তোমাৰ।

হে দেৱতা মদন।
হানা যেন তুমি সেই শৰ সম্মোহন
বিৰহিণী সেইসকলক
যিসকল যুৱতীৰ স্বামী প্ৰৱাসত।

[ খঙেৰে কঞ্চুকীৰ প্ৰৱেশ। ]

কঞ্চু। বোলোঁ আইদেউহঁত! তহঁতক পাইছে কিহে? স্বৰ্গদেওৰ নিষেধ— এইবাৰ বসন্তোৎসৱ হব নোৱাৰে। এই কথা বাৰে বাৰে কোৱা স্বত্বেও অতপালিখন কিয়? আমৰ ডালবোৰ যে ভাঙিচিঙি তেনেই চুৰমাৰ কৰিলি?

পৰ। খং নকৰিবা কঞ্চুকী ডাঙৰীয়া!
স্বৰ্গদেৱে কৰিছে নিষেধ
কতা? শুনা নাই আমি।

কঞ্চু। সুশুনিবিতো। পকা গুমথিবাৰ দৰে এই বয়সত মানুহে বহুত কথা শুনিও নুশুনে। বসন্তৰ গছে শুনিছে, গছৰ চৰাযে শুনিছে, শুনিবলৈ কেৱল বাকী বলি তহঁত দুজনী। এবাৰ ভালকৈ চকু মেলি চাচোন— আমে বহু দিনৰপৰা মলিয়াইছে যদিও পৰাগ উৎপন্ন কৰা নাই। জাৰ গৈ কোনোবাখিনি পালে তথাপি কুলিযে মাতিব জনা নাই। এই বাৰ তহঁতৰ মদন দেৱতাযো ধেনুখন হাতত লৈ—তূণৰপৰা শৰ আধা উলিয়াই মুখ মেলি বৈ আছে। কেৱল তহঁতৰ গাতহে বিহ লাগিছে নহযনে?

সানু। (স্বগত) ৰাজনিৰ ইমানে প্ৰভাৱ!

পৰ। কঞ্চুকী ডাঙৰীয়া! আমি কাৰেওৰ লিগিৰী হৈ অহা বেছি দিন হোৱা নাই। ৰজাৰ খুলশালিযেক মিত্ৰবসুৱে প্ৰমোদ-কাননলৈ আমাক অলপ দিন আগতে পঠাইছে। সেইদেখি একো জনা নাই। তুমি আমাৰ অপৰাধ মৰিষণ কৰিবা।

কঞ্চুকী। কিন্তু পুনৰ এনে কাজ নকৰিবি।

মধু। কোৱা ডাঙৰীয়া!

নাই যদি আপত্তি তোমাৰ
মধুময় বসন্তৰ এই উৎসৱ
কিনো হেতু স্বৰ্গদেৱে কৰিছে বাৰণ?

কঞ্চুকী (স্বগত) সকলোৱে শুনিছে যেতিয়া ইহঁতে শুনাত আপত্তি কি? (প্ৰকাশ্যে) তেন্তে শুন—শুনি ভালদৰে মনত ৰাখিবি এবা। ভালপোৱা, প্ৰেম কাক বোলে জানি লবি। স্বৰ্গদেৱে শকুন্তলাক ত্যাগ কৰাৰ কথা শুনিছ নহয়নে?

মধু। কিয় শুনিম?
তাৰ পিছে সেই আঙঠি-প্ৰাপ্তিৰ কথা
ৰাজ-কন্যাসকলৰ মুখে
তাকো আমি পাৰিছো শুনিব।

কঞ্চু। বেছ বেছ! বহুতখিনি আগবাঢ়ি আছ—আৰু অলপ কলেই হব। সেই আঙঠি দেখি স্বৰ্গদেৱৰ মনত পৰিছে যে তেওঁ শকুন্তলাক সঁচাকৈয়ে বিয়া কৰাইছিল—মোহত পৰি মাথোন পৰিত্যাগ কৰিলে। সেই নিমিত্তে এতিয়া তেওঁৰ অনুতাপ জন্মিছে। এতিয়া সকলো ভাল বস্তুৰ প্ৰতিয়েই স্বৰ্গদেৱৰ বিৰাগ হৈছে। খাৱন, শোৱন এৰিছে। ৰাজকাৰ্য্যৰ নিমিত্তেও মন্ত্ৰীসকলে দেখা নোপোৱা হৈছে। কেৱল চাটিফুটি—হা-হুমুনিয়াহ। ইকাতি সিকাতি কৰিয়েই শয্যাত গোটেই ৰাতি কটাই দিয়ে। ভদ্ৰতাৰ অনুৰোধত যেতিয়া কাৰেঙৰ মহিষীসকলৰ ওচৰলৈ যায় তেতিয়াও ভুলতে উচ্চাৰণ কৰে শকুন্তলাৰ নাম। হাঃ হাঃ হাঃ। তাৰ পিছতহে লজ্জাকামুৰি তলমুৰ কৰে। এতিয়া বুজিলিতো—সেইবাবেই এই বাৰ বসন্তোৎসব বন্ধ—বং-ধেমালি নিষেধ। নিষেধ। নেপথ্যত বজা। বেত্ৰবতী! পথ দেখুৱা।

কণ্ব। সৌধা স্বৰ্গদেৱ এই ফাললৈকে আহিছে। তইত যা—ছবি আঁকা কাম কৰগৈ।

[ সখীসকলৰ প্ৰস্থান। তাপসবেশী ৰজা, বিদূষক আৰু বেত্ৰবতীৰ প্ৰবেশ। ]

কঞ্চুকী (স্বগত) আহা! কি সুন্দৰ তাক সকলো অৱস্থাতেই সুন্দৰ দেখা যায়। অলঙ্কাৰ বৰ ভাল পাইছিল—এতিয়া সকলো আভৰণেই ত্যাগ কৰিছে। কেৱল বাওঁ হাতত এপাট সোণৰ খাৰু আছে—সিও ঢিলা হৈ গৈছে। চিন্তাত ৰাতি টোপনি নাই—সেইনিমিত্তে চকু দুটা টক্ টক কৰি ৰঙা হৈছে। শৰীৰ শুকাই-খীনাই গৈছে যদিও নিজ তেজত শাণিত অস্ত্ৰৰ নিচিনা চিকাচিকিয়া হৈ আছে।

সানু (স্বগত) মূৰ্ত্তিমন্ত বিৰহক যেন
পালোঁ মই প্ৰত্যক্ষ দৰ্শন ;
এনে হেন বস্তু হেকৰাই
পৰিত্যক্তা শকুন্তলা বিৰহকাতৰা।
হৰহইলগীয়া কথা
হোৱা নাই একো অসঙ্গত।

ৰজা। বাৰে বাৰে প্ৰেয়সীয়ে মোৰ
সোঁৱৰাই দিছিল যেতিয়া
মোহাচ্ছন্ন নিদ্ৰিত হৃদয়!
নাজাগিলি কিয়নো তেতিয়া?
ভুগিবা তই—সেই শোক স্মৃতি লই
অসহন দুখ কষ্ট সহিবৰ হেতু
অসময়ে জাগিছ এতিয়া।

সানু (স্বগত) অভাগিনী শকুন্তলা!
নহলেনো অনুতপ্ত বিজন ইমান
নিজনেই পৰিত্যাগ কৰে কিবা হেতু?

বিদূ। আকউ দেখিছোঁ সেই শকুন্তলা বোগে পালে। ওচৰত ভাল বেজো নাই। কি বিপদ! এতিয়া উপায?

কঞ্চু। স্বৰ্গদেৱৰ জয় হোক।
সুসজ্জিত এই তব প্ৰমোদ কানন
ভালদৰে কৰা হোক পৰিদৰ্শন
ইচ্ছামতে কৰোক উপবেশন।

ৰজা। বেত্ৰৱতী! কোৱা গই মন্ত্ৰী পিশুনক
উজাগৰে থকা বাবে ৰাতি
নোৱাৰোঁ বহিব আজি ধৰ্ম্ম-আসনত।
কৰে তেওঁ যি বিচাৰ
লিখি যেন পঠিয়াই মোৰ কাষলই।

বেত্ৰ। পালিম আদেশ, স্বৰ্গদেও। [প্ৰস্থান।]

বিদ। বেছ! এতিয়াহে সুখ লাগিছে। এই ঠাইত আৰু কোনো নাই। পোক-পৰুৱা মাখি-মকৰা সকলো নিশ্মল।

ৰজা। দেখা পালে দুখৰ সময
সকলো অনৰ্থ আহি ধৰে হেঁচা মাৰি।
মোহৰ বশত সেই সপোন-বাগাত
পাহৰি আছিলোঁ মই শকুন্তলা কথা
পাহৰি আছিলোঁ সেই পূত পৰিণয।
সেই প্ৰেম—সেই মধুস্মৃতি
একোকেই নাছিল মনত।
কিন্তু হায মোহৰ অন্তত
দেখা মাত্ৰে প্ৰেয়সীৰ হাতৰ আঙঠি
কিবে জ্বালা ভুগিছোঁ প্ৰাণত!
সেই ছল চাই—আম্ৰ মুকুলৰ

দুই হাতে ধৰি চোকা শৰ
কন্দৰ্পই দৰ্প কৰে মোৰ ওপৰত !

বিদূ। সখি ! সেই মদন-দেৱতাৰ দেখিছোঁ আকলটো বৰকৈ বাঢ়ি গৈছে। ৰবা, মই একে মাৰতে ঠিক কৰি দিওঁ।

(আম গছৰ টঙালিডাল খোজে।)

ৰজা। ৰবা সখা ! বীৰত্বৰ নাই প্ৰয়োজন
জানো মই ব্ৰহ্মতেজ কিমান তোমাৰ।
এৰি এই ৰণ-আয়োজন
কোৱাচোন মোক বাৰু কত বহোঁ মই
—যত বহি দেখা পাম ৰূপহী প্ৰিয়াক
ধ্যানতেই হব মোৰ চিত্ত-বিনোদন।

বিদূ। কিয় ? অলপ আগতে তুমি সেই পৰিচাৰিকা জনী কিবা বোলেনে সেই চতুৰিকাজনীক কৈছিলা নহয়—তুমি হেনো মাধৱী-মণ্ডপলৈ

যাবা। তালৈকে যেন তাই তুমি নিজ হাতেৰে আঁকা ছবিখন আনে।

ৰজা। বলা তাকেই
চিত্ৰতেই প্ৰিয়া-মূৰ্ত্তি কৰিম দৰ্শন।

বিদূ। তেন্তে এইফালে আহাঁ স্বৰ্গদেও !

[ ৰজা আৰু বিদূষকৰ প্ৰস্থান। পাছে পাছে অদৃশ্যভাবে সানুমতীও যায়। ]

## পট পৰিবৰ্ত্তন

### মাধৱী-মণ্ডপ

( ৰজা, বিদূষক আৰু সানুমতীৰ প্ৰৱেশ। )

বিদূ। এয়ে সেই ৰত্নমণিখচিত শিলাবেদীবিশিষ্ট মাধৱীলতা-মণ্ডপ। অহো— কেনে মনোৰম স্থান ! কি মধুৰ ! এই ঠাইত মোৰো কবি হবলৈ ইচ্ছা

যায়। ফুৰ ফুৰ কৰি বতাহ বলিছে—ফুৰ্ ফুৰ্ কৰি গাত লাগিছেহি। যেন গালতে চুমাটি খাই সুধিছে—বোপাটি। ভালে আছানে? স্বৰ্গদেও! বৰ ভাল এই ঠাই—ইয়াতে বহা। তেতিয়াহে যদি বিৰহ বেদনা কমে।

(উভতি যায়।)

সানু (স্বগত) লতাৰ আঁতৰ থাকি।

চাই লওঁ ভালদৰে শকুন্তলা চিত্ৰ

স্বৰ্গদেৱে নিজ হাতে-অঁকা।

সকলো কথাকে মই কম ভাঙি পাতি

শকুন্তলা আছি মোক সুধিব যেতিয়া।

ৰজা। প্ৰিয়াৰ সকলো স্মৃতি

ভাঙি ভাঙি আহে কাষলৈ

শুনা সখা।

প্ৰথমতে প্ৰেয়সীক দেখিলোঁ যিদিনা

কলোঁ মানে যত কথা মই

সকলো যে জাগিছে এতিয়া।

নিঠৰ নিৰ্ম্মম হই দিছিলোঁ বিদায়

খোঁচ কৰি ৰাজসভা চকুৰ পানীৰে

গুচি গল অভিমানী প্ৰিয়া

তুমি তাত নাছিলা সিদিনা।

আৰু চোৱা, কেনে আচৰিত

তাৰ আগতেও তুমি মোৰ সন্মুখত

কোৱা নাই কোনোদিনে শকুন্তলা নাম।

হতভাগা মই!

সেইবাবে প্ৰেয়সীক আছিলোঁ পাহৰি

কিন্তু—কোৱা সখা। মোৰেই নিচিনা

হল জানো স্মৃতি-ভ্রম তোমাৰো সিদিনা ?
তুমি কিয় আছিলা পাহৰি ?

বিদু। মই আকৌ পাহৰিম কিয় ? মোক আকৌ সিমানটো গাধ বুলি নেভাবিবা একা। গোলমালৰ মূলতেই তুমি ! সকলো কথা মোৰ আগত ভাঙি-পাতি কৈছিলা যদিও তাৰ পিছতে কলা—সকলো ভুল, সকলো মিছা. সকলো ভোজবাজী যযো ভাবিলোঁ সঁচাকৈয়ে মিছা। ভবিতব্য এনেকৈয়ে হয়।

সানু ( স্বগত ) নাই তাত অকণো সংশয়।

ৰজা ( অলপ চিন্তা কৰি ) সখা ! সখা ! ৰক্ষা কৰা মোক
শকুন্তলা বিৰহত প্ৰাণ যায় মোৰ।

বিদু। এনে অধৈৰ্য্য হোৱা উচিত নহয় সখা ! মানুহে হাঁহিব। সজ্জন কেতিয়াও শোকত কাতৰ নহয়। ধুমুহা বতাহে জানো পৰ্ব্বতক লৰাব পাৰে ?

ৰজা। সখা ! অথিৰ হৃদয়ে মোৰ
একোতেই নেমানে বুজনি।
পূৰ্ব্ব স্মৃতি পৰিলে মনত
দগ্ধ হয় হিয়া
ইচ্ছা-মৃত্যু জাগে মনে মনে।
মুহূৰ্ত্তে মুহূৰ্ত্তে—প্ৰতি পলে পলে
প্ৰেয়সীৰ মূৰ্ত্তি মাথোঁ দেখিছোঁ আগত।
প্ৰত্যাখ্যান কৰিলোঁ যেতিয়া
প্ৰেমৰ প্ৰতিমা মই দিলোঁ বিসৰ্জ্জন
অপমানে—ভয়ে ক্ৰোধে কম্পান্বিতা হৈ
গল প্ৰিয়া তেজি মোৰ পাপ ৰাজসভা।
গুৰু সম কণ্ব শিষ্যদ্বয়

গৰ্জ্জি উঠি বজ্ৰ কণ্ঠস্বৰে
এক্সেক ৰবলই কৰোতে ইঙ্গিত
ঘূৰি আহি পৰ হই মুহূৰ্ত্তৰ বাবে
মোকে চাই থিয় দিলে প্ৰেয়সী যেতিয়া
ধাৰাসাৰে অশ্ৰুজল • মনত লই
—সেই চিত্ৰ—সেই মূৰ্ত্তি পৰিলে মনত
ভাঁগি যায় বুকু মোৰ—দগ্ধ হয় হিয়া !

সানু ( স্বগত ) দেখি এনে দুৰ্দ্দশা ৰজাৰ
প্ৰবল আসক্তি এনে শকুন্তলালই
মযো হলোঁ দুখত কাতৰা।

বিদূ। স্বৰ্গদেৱেতো দেখিযেই দিলে। এতিয়া কথা হৈছে—তাৰ পিছত গল কলৈ? অহো—সখীৰ যে প্ৰাণ যায যায ! মোৰ বোধেৰে দেৱতাসকলৰ কোনো জন আহি ভেকুক লৈ গল।.

ৰজা। অসম্ভৱ তেনে কথা।
স্বৰ্গ মৰ্ত্ত্য ত্ৰিভুবনে
কাৰ আছে সাধ্য তেনেকুৱা
—সতী-অঙ্গ স্পৰ্শ কৰি হয ভস্মীভূত ?
কৰোঁ অনুমান মই দেখি অনাথিনী
জননী মেনকা নতু কোনো অপেশ্বৰী
নিছে মোৰ প্ৰিযাক আশ্ৰয।

সানু ( স্বগত ) ইমানেই ডৰাদৃষ্টি যাৰ
সহজতে মতিভ্ৰম তাৰ
অতিশয আচাৰত কথা।

বিদূ। যদি সখা, তোমাৰ কথাই সঁচা হয তেন্তে আৰু বেছি ভয নাই। পুনৰ্মিলনৰ সম্ভাৱনা আছে।

ৰজা। কেনে ভাবে সখা ?

বিদূ। মাক বাপেকে কেতিয়াও নিজৰ ছোৱালী আজীৱন স্বামীৰ পৰা আঁতৰাই ৰাখিবলৈ ভাল নেপায়।

ৰজা। সখা ! সখা !
সঁচা মিছা একো মই নোৱাৰোঁ বুজিব।
সেই মোৰ পূত পৰিণয়
সেই মোৰ প্ৰেয়সীৰে শুভ সম্মিলন
সত্য নে সপোন
মায়া ইন্দ্ৰজাল কিম্বা মতিভ্ৰম
নতু- -সাধি অহা পূৰ্ব্ব জনমৰ
কস্তেক পুণ্যৰ ফল—দেৱতাৰ বৰ ?
ভোগৰ শেষত আজি
গুচি গল প্ৰিয়া মোৰ শূন্য কৰি হিয়া
শূন্য কৰি এই ভূমণ্ডল !
কত আশা—কত বাঞ্ছা—মধুৰ কল্পনা
কত মোৰ সুখৰ সপোন
হিমাদ্ৰি টিঙৰপৰা ছিঙিভাঙি পৰি
সকলো যে হল চুৰমাৰ !

বিদূ। বেছিকৈ ভয় নেখাবা সখা। দৈবৰ বলত যেনেকৈ অপ্ৰত্যাশিত ভাবে হেৰোৱা আঙঠি পোৱা গৈছে সেইদৰেই অপ্ৰত্যাশিতভাবে তোমাৰ হেৰোৱা প্ৰিয়াও মিলিব।

ৰজা। হে আঙঠি !
মোৰ দৰে তয়ো ভাগ্যহীন।
কিমান পুণ্যৰ ফলে নাজানো সঠিক
তৰুণ অৰুণ সম প্ৰিয়াৰ নখত

পাইছিলি স্থান তই
চম্পক আঙুলি সেই কৰিছিলি শোভা।
তেতিয়াই শেষ হল পুণ্য অলপীয়া
মোৰেই নিচিনা তয়ো দুৰ্ভাগ্য-ফলত
পপীয়া তৰাৰ দৰে স্বৰ্গচ্যুত হই
প্ৰিয়াৰ হাতৰ পৰা পৰিলি সুলকি।

সানু (স্বগত) পৰা হলে আনৰ হাতত
পৰিণাম হল হয় অতি বিসময।

বিদূ। বাক কোৱাচোন স্বৰ্গদেও! এই নামলিখা আঙঠিটোনো তেওঁক দিবলৈ কিহে পাইছিল?

সানু (স্বগত) মোৰো সেই একে কৌতূহল।

ৰজা। ‘যদায কালত মোক সুধিলে যেতিযা
ধৰি মই কমল কৰত
কলোঁ এই আঙঠি পিন্ধাই
আঙঠিত লিখা থকা নামৰ আখৰ
প্ৰতি দিনে গণি তুমি এটা এটা কৰি
যিদিনা কৰিবা শেষ গণনা তোমাৰ
সেই দিনা আহি মোৰ ৰাজঅনুচৰ
নিবহি তোমাক প্ৰিয়ে, ৰাজধানীলই।
অকৃতজ্ঞ—নিকৰুণ মই
নিদাৰুণ মোহৰ বশত
পাহৰিলো কৰ্ত্তব্যৰ কথা।
সেইবাবে পালোঁ এই মৰ্ম্মঘাতী ব্যথা।

সানু (স্বগত) তাৰ পিছতেই সেই বিধি-বিড়ম্বনা।

বিদূ। বাক সেয়ে হল। মোহৰ বশত তুমি সকলোকে পাহৰিলা। পিছে আঙঠিটো জালোৱাৰ হাতলৈ গল কেনেকৈ?

ৰজা। শচীতীৰ্থলৈ গৈ দিওঁতে অঞ্জলি
গঙ্গাৰ জলত
আঙঠি পৰিল সৰি সখীৰ তোমাৰ।

বিদূ। পৰিব পাৰে। একো আচৰিত কথা নহয়।

সানু (স্বগত) অধৰ্ম্মৰ ভয়ত মাথোন
এনে ভাবে পৰিত্যক্তা হল শকুন্তলা।
আচৰিত কথা—এনেকুৱা অনুৰাগে
বাট চাই ৰব পাৰে অভিজ্ঞানলৈ।

ৰজা। কৰোঁ মই তিৰস্কাৰ এই আঙঠিক।

বিদূ। স্বৰ্গদেৱে যদি আঙঠিটোকে তিৰস্কাৰ কৰি সন্তোষ পায় মইনো বাক কাক গালি পাৰি মুখৰ খজুৰতি পলুৱাম? ওচৰত বামুণীজনীও নাই। বাক একো কথা নাই—এই লাঠীডালকে সোধোঁচোন। বোলোঁ হেৰৌ কটা লাঠী! মই ইমান সৰল—তই মোৰ লাঠি হৈ ইমান বেকোৰ হলি কিয় হৌ?

ৰজা (আপোন ভাবত)—হে হতভাগ্য আঙঠি!
শোভিছিলি সুশোভন প্ৰিয়াৰ আঙুলি।
তথাপিতো কিনো এনে গ্ৰহৰ দোষত
জাপ দিলি গঙ্গাৰ বুকত?
সেইবাবে তোক বাৰু কিনো দোষ দিম?
দোষ গুণ বিচাৰৰ অক্ষম ক্ষমতা
প্ৰাণহীন অচেতন তই।
মই কিন্তু কি কৰিলোঁ জ্ঞান-বুদ্ধি লই?
প্ৰেয়সী প্ৰতিমা মোৰ
কিনো হেতু পেলালোঁ পানীত?

সানু (স্বগত) মোৰো অন্তৰত উঠা একে প্ৰশ্নৰেই

শুনো মাথোঁ। প্ৰতিধ্বনি ৰজাৰ মুখত।

বিদূ। স্বৰ্গদেও! পেটৰ ভোকত ইফালেদি ৰক্ষা নোহোৱা হৈছে। ব্ৰহ্ম-ভোজনৰ পৰিবৰ্ত্তে ব্ৰহ্মহত্যা হব এতিয়া।

ৰজা। শকুন্তলা! শকুন্তলা! প্ৰিয়ে মোৰ!
অকাৰণে—বিনাদোষে—বিনা অপৰাধে
পৰিত্যাগ কৰিলোঁ তোমাক
সেইবাবে অনুতাপে দহিছে হৃদয়।
প্ৰেমময়ী, ভাবময়ী, মধুময়ী প্ৰিয়ে মোৰ!
কৃপা কৰি—দয়া কৰি
দোষ মোৰ কৰি মাৰ্জ্জণ
দিবা জানো দেখা মোক আৰু এটি বাৰ?

[ চিত্ৰ লৈ চতুৰিকাৰ প্ৰবেশ। ]

চতু। প্ৰভু। ভট্টিনীৰ চিত্ৰ।

ৰজা। ( চিত্ৰ লৈ ) চোৱা সখা!

চিত্ৰ সঁচা—নাই তাত প্ৰাণ।
কিন্তু চোৱা এই চিত্ৰতেই
প্ৰতি অঙ্গে চাৰু ভঙ্গে ৰূপৰ মাধুৰী
উথলি উঠিছে কিনো লাৱণ্য-লহৰি!
লীলায়িত ভ্ৰূলতা সুন্দৰ,
অপাঙ্গ বিস্তাৰি সেউ বঙ্কিম নয়ন,
মনোহৰ ৰূপৰ অধৰ,
দন্ত-প্ৰান্তে হাঁহিৰ জোৎস্না,
ইন্দুবালা বদন কমলে
মুক্তামালা স্বেদ-বিন্দু জ্বলে!

সুপক্ব বগবি সম ৰক্ত মনোহৰ
ফুটি পৰোঁ পৰোঁ মোৰ প্ৰিয়াৰ ওঠত।
কব খোজে বহু কথা—প্ৰীতিৰ আলাপ
তথাপি—তথাপি সখা!
চিত্ৰ ইটো—প্ৰাণহীন
বৃথা মোৰ ক্ৰন্দন বিলাপ।

বিদূ। সাধু সাধু সখা! চমৎকাৰ ক্ষমতা তোমাৰ। বৰ্ণনাৰ ওপৰতেই ছবিখন জীৱন্ত কৰি পেলালা। গোপন স্থানত চকু ফুৰাবলৈ অৱসৰেই নিদিলা। বেছ বেছ। সখীৰ লগত তুআধাৰ কথা পাতিবলৈকে মনে গৈছে।

সানু (স্বগত) ৰজা নিজে দক্ষ খনিকৰ।
এনে মোৰ লাগিছে মনত
প্ৰিয় সখী আছে যেন চকুৰ আগত।

ৰজা। যতেই দেখিছোঁ খুত—সামান্য অমিল
চিত্ৰ আৰু প্ৰিয়াৰ লগত
নিজ হাতে লিখনীৰে কৰিছোঁ সমনি
তথাপিতো মোৰেই বা ক্ষমতা কিমান?
—এতিয়াও কত বাকী লাৱণ্য প্ৰিয়াৰ?

সানু (স্বগত) নোহে মাপোঁ গৰ্ব্বৰ কাৰণে।
এই চিত্ৰ অঙ্গত দেখিছোঁ প্ৰবল
ভালপোৱা আৰু অনুৰাগ।

বিদূ। কিন্তু সখি! বেযা নোপোৱা য'দ এটা কথা সোধোঁ। দেখিছোঁ তিনিটা ছবি—তিনওটীয়ে চাৰুলগীয়া। ইয়াৰ ভিতৰত মোৰ সখী কোন গৰাকী?

সানু (স্বগত) নিৰৰ্থক দৃষ্টিশক্তি এই ব্ৰাহ্মণৰ
—প্ৰকৃত ৰূপেৰে যাৰ নাই পৰিচয়।

ৰজা। পাৰা যদি তুমিয়েই চিনি উলিৱাচোন।

বিদূ। বেছ! ময়েই উলিযাম নেকি? চোৱা তেন্তে (ছবি চাই) উলিযালো। কৰা আকৌ সখীৰ লগত মিলেনে নিমিলে। এৱা—যাঁৰ খোপা সুলকি যোৱাত ফুলবোৰ সৰি পৰিবলৈ ধৰিছে যাৰ মুখ-কমলত ঘামৰ বিন্দুৱে তিৰবিৰাবলৈ ধৰিছে, যাৰ কান্ধ দুখান অলপ ওথ হোৱাত হাত দুখনি তললৈ নামিছে, যি গৰাকীযে যেন অলপ আগতে স্নান কৰি আহি আমপুলিটিৰ গাত আউজি থিয় হৈছেহি কোৱাচোন সখা, সেই গৰাকীয়েই আমাৰ প্ৰিয় সখী শকুন্তলা নহয় জানো? আন দুগৰাকী তেওঁৰ সখিযেক।

ৰজা। ধন্য হে মাধব্য! প্ৰশংসিলো মই
দৃষ্টিশক্তি সাৰ্থক তোমাৰ।
চোৱা সখা! এই চিত্ৰতেই মোৰ
বিযপি পৰিছে কৰুণ আবেগৰ ভাব।
দাগ মোৰ ঘমা আঙুলিৰ
এই চোৱা আছে একাষত।
সৰি সৰি অশ্ৰু জল মোৰ নয়নৰ
প্ৰেয়সীৰ বক্তিম গণ্ডত
বিবৰ্ণ হইছে ৰং—স্ফীত গণ্ডস্থল।
যোৱা চতুৰিকা! আনা বৰ্ণবৰ্তিক
শেষ কৰোঁ অসমাপ্ত চিত্ৰখন মই
এয়ে মোৰ এক মাত্ৰ সান্ত্বনাৰ ঠাই

চতু। আৰ্য্য মাধব্য! ধৰি থাকো মানে মই
লোৱা এই চিত্ৰপটখনি।

ৰজা। মোকে দিয়া, মইয়ে ধৰিম। (চিত্ৰ লয়) [চতুৰিকাৰ প্ৰস্থান।]

বিদূ। সকলোকে অঁকা হল আৰু কিনো বাকী আছে? নহয় কি আঁকিব সখা?

ৰজা। শুনা সখা!

কিনো আৰু বাকী আছে আঁকিবৰ বাবে।
কৰিম অঙ্কণ—
নৃত্যশীলা তৰঙ্গিনী তটিনী মালিনী
—যি নদীৰ তীৰে তীৰে ৰূপালি বালিত
আনন্দে কুৰিব চৰি মৰাল মিথুন,
দুয়ো কুলে আকাশ খিযাই
গৌৰী-গুৰু হিমাদ্ৰিৰ শোভিব শিখৰ
যাৰ পূত প্ৰান্ত-প্ৰদেশত
চিত্ৰত বিচিত্ৰ তৰু কৰিম অঙ্কণ
শাখাই শাখাই যাৰ শাৰি শাৰি হই
আৰণ্যক ঋষিসকলৰ
ওলমি থাকিব সিক্ত বাকলি-বসন
—আৰু সেই ছায়াযুক্ত দেখি ৰম্যস্থান
মৃগৰ অঙ্গনাবোৰে
কৃষ্ণসাৰ হৰিণেৰে ৰমণৰ হেতু
শিঙে শিঙে বাম চকু ঘঁহি
থজুবতি নিবাৰণ কৰিব হৰিবে!

বিদূ (স্বগত) বুজিছোঁ—আৰু নকলেও হব। দেখিছোঁ এতিয়া—দীঘল-দাড়ীয়া ঋষিৰ ছবি আঁকি চিত্ৰখন ভেনেই কদাকাৰ কৰি পেলাব।

ৰজা। শুনা সখা, পাহৰিয়ে আছোঁ।

আকিব লাগিব আৰু
যিসকল বেশভূষা অঙ্গৰ ভূষণ,
ভাল পায় প্ৰেয়সীয়ে মোৰ।

সানু (স্বগত) আঁকিব নিশ্চয় তেনে যোগ্য অলঙ্কাৰ
সুশোভিতা বনবাসিনীৰ ।

ৰজা। কাণত পিন্ধাম চাৰু
শিৰীষ ফুলৰ কেৰু
হৰ গণ্ড বিমণ্ডিত কণহ কেশৰ
স্তন দুটি যুটি থোৱা
শাৰদী জোনাকে ধোৱা
আঁকিম মৃণাল-সূত্ৰ অতি মনোহৰ ।

বিদূ। সেইবোৰ আঁকিবা বুলিতো জনাই গৈছে। পিছ সখা, ৰঙা পদুমৰ দৰে হাতখনিৰে ঢাকি ধৰি সখীয়ে মুখখনি বিজুলীৰ দৰে লুকাইছে কিয়? হাঃ হাঃ হাঃ স্বৰ্গদেও। এইটো ফুলৰ মোচোৰ লুভীয়া ভোমোৰাই প্ৰিয় সখীৰ গালত বহিব খুজিছে। তাৰ আকলটো চোৱা।

ৰজা। নোশোভে ধৃষ্টতা।
কৰা তাক শীঘ্ৰে নিবাৰণ।

বিদূ। স্বৰ্গদেও! দুৰ্জ্জনৰ দণ্ডদাতা তুমিহে। এই শাসনৰ ভাৰ তুমিয়েই লোৱা।

ৰজা। কইছা উচিত কথা—মোৰেই কৰ্ত্তব্য।
হে ভ্ৰমৰ।
পুষ্প-লতিকাৰ তুমি মোহন অতিথি।
কিয় কৰা বৃথা চেষ্টা বাহিৰৰ বাবে?
কিহৰ দুখত? সউ চোৱা—
আপেক্ষিছে মধুকৰী তোমাৰে তৃষাত
বহি আছে মধুভৰা ফুলৰ বুকুত
তথাপি বিতৃষ্ণা চোৱা তুমি অবিহনে।

যোৱা ভালকেই

ৰধূৰ কাষত গই কৰা মধুপান।

সানু ( স্বগত ) সুন্দৰ শাসন!

বিদূ। চোৰক ধৰ্ম্মৰ কথা শুনালে কি হব? তোমোৰা সহজতে নিষেধমনা ভকত নহৰ। একে ঠাইতেই আছে।

ৰজা। ইমান অবাধ্য! নামানে শাসন মোৰ?

তেন্তে শুন হেৰ মধুকৰ!

অমলিন নৱ পল্লৱৰ সম

লোভনীয় বিম্বাধৰ ৰূপহী প্ৰিয়াৰ

আদৰেৰে কৰিছোঁ চুম্বন।

বিনা অধিকাৰে তুই হে নিৰ্ম্মম!

কৰিলে দংশন

কমলৰ উদৰত তোক কৰিম বন্ধন।

বিদূ। শাস্তিটো দেখিছোঁ উগ্ৰ ধৰণৰেই হল। এতিয়া বেচাৰা তোমোৰা নমৰিলেই মঙ্গল। ( স্বগত ) এওঁতো পগলা হলেই। সংগতে মোকো পগলা নকৰিলেই ৰক্ষা। ( প্ৰকাশ্যে ) পিছে স্বৰ্গদেও! ইমান যে হা-হুমুনিয়াহ, আলাপ বিলাপ প্ৰলাপ আৰম্ভ কৰিছা কাৰ নিমিত্তে? ইযে প্ৰকৃত শকুন্তলা নহয়—শকুন্তলাৰ চিত্ৰহে!

ৰজা ( বিস্ময়েৰে ) চিত্ৰ!

সানু ( স্বগত ) মোৰো একে ভুল। অতপৰে ময়ো

চিত্ৰ বুলি সমূলিকে আছিলোঁ পাহৰি।

দোষ মই নিদিওঁ ৰজাক।

ৰজা। কি কৰিলা? কি কৰিলা সখা?

ভুল মোৰ—ধ্যান মোৰ

তপস্যা সাধনা মোৰ—প্ৰিয়া-আৰাধনা

চিত্র বুলি মনত পেলাই,
কিবা হেতু দিলা ভঙ্গ কবি ? ( কান্দে )

সানু ( স্বগত ) অপূর্ব্ব বিরহ ।
পূর্ব্বাপর প্রণালী বিরোধী ।

বজা । কিনো দবে সখা, লভিম সান্ত্বনা ?
স্বপ্নত প্রেয়সী মূর্ত্তি—দেখোঁ বুলি মই
ত্যাগ মোক কবিছে নিদ্রাই ।
চকুলোবে ভাহিছে নয়ন
চিত্রতো প্রিয়াব মূর্ত্তি
দেখিও যে নাই মই !

সানু( স্বগত ) শকুন্তলাক কৰা
প্রায়শ্চিত্ত যথেষ্ট হইছে । [ চতুবিকাব প্রবেশ । ]

চতু । জয় হোক । স্বর্গদেবব জয় হোক ।
বর্ত্তিকা কবণ্ড লই আহিছিলো যেবে—

বজা । তাব পিছে ?

চতু । দেৱী বসুমতী আহি মাজবাটতেই
কাঢ়ি নিলে বল কবি সকলোখিনিকে ।
পিঙ্গলিকাও আছিল লগত
ভেবে হেনো সময়ত আনি
নিজ হাতে নিবেদন কবিব প্রভুক ।

বিদূ । যোলোঁ কথা কি ? ভাল আকবীজনী ।

চতু । দাবাদবি কবোতে দেৱীয়ে
লাগিল আঁচলখনি গছব ডালত ।
একবাই দিবলই গল পিঙ্গলিকা
সেই সুযোগতে মই আহিলোঁ পলাই ।

বিদূ। বেছ কৰিলি ! কাণে কাণ মাৰিহে সাৰি আহিলি নয়নে ?

ৰজা। সখা ! এই দেৱী অতিশয় মান-গৰ্ব্বিণী
ভালদৰে ৰক্ষা কৰা চিত্ৰপট খনি।

বিদূ। ভাতকৈ সহজ ভাষাৰে কোৱা, ষোলো মোক ৰক্ষা। (ছবি লৈ)
স্বৰ্গদেও ! এই বাত্ৰাত যদি অন্তেসপুৰৰ যান্ত্ৰোৱৰ পৰা কেনেবাকৈ মুক্ত হব পাৰা তেন্তে সেই মেঘাচ্ছন্ন কাবেঙলৈ মোকো টেঁটুকালি মাতিবা। মই এই চিত্ৰপটখনি সেই কাবেঙতে লুকাই ৰাখিম। কাৰণ—তাত ৰখা বুলি পাৰ চৰাইৰ বাহিৰে আন কেৱে গম নেপায়।

[ ছবিখন পুকুত সাৰটি লৈ বেগেৰে প্ৰস্থান। ]

ৰাজ (স্বগত) যদিও আসক্ত এতিয়া অন্য নাৰী প্ৰতি
তথাপিতো পূৰ্ব্ব প্ৰেম ৰাখিছে অটুট।
স্বৰ্গদেও যথাৰ্থ প্ৰেমিক। [ বেত্ৰৱতীৰ প্ৰবেশ। ]

বেত্ৰ। স্বৰ্গদেওৰ জয় হোক।

ৰজা। বেত্ৰৱতী ! কি সংবাদ ?
দেখিলানে দেৱীক বাটত ?

বেত্ৰ। দেখিছিলো স্বৰ্গদেও !
দিলে এই পত্ৰ তেওঁ মোৰ হাতৰ পৰা।
তাৰ পিছে গুচি গল লৰালৰি কৰি।

ৰজা। বুজে তেওঁ কৰ্ত্তব্যৰ মৰ্য্যাদা কিমান
সেইবাবে ৰাজকাৰ্য্য থকা বুলি মোৰ
নকৰিলে বাধাদান তাত।

বেত্ৰ। স্বৰ্গদেও। মন্ত্ৰীয়ে জনালে,
ব্যস্ত তেওঁ—ৰাজকাৰ্য্য কৰিছে বহুত।
সেইবাবে এই পত্ৰ যেন
স্বৰ্গদেৱে নিজে পঢ়ি চায়। (পত্ৰ দিয়ে।)

রজা ( পত্র পড়ি ) ডিঙা বুবি মৃত এক সমুদ্র বণিক
ধনবৃদ্ধি নাম—নিঃসন্তান তেওঁ ।
বণিকৰ ঐশ্বৰ্য্য বিপুল
ৰজা আজি এক মাথোঁ অধিকাৰী তাৰ ।'
বেত্ৰৱতী ! বৰ কষ্ট নিঃসন্তান হোৱা
সেই কষ্ট আজি মই বুজিছোঁ সংজে ।
বণিকৰ বহু ধন আছিল ৰেতিয়া
বহু পত্নী থকাটোও অতিকে সম্ভব ।
জনাবা মন্ত্ৰীক—কৰক বিচাৰ তেওঁ
তাৰে ভিতৰত
আছে যদি কোনো নাৰী সন্তানসম্ভৱা ।

বেত্ৰ । শুনা যায়
অযোধ্যাৰ কোনো এক শ্ৰেষ্ঠীৰ তনয়া
বণিকৰ বিবাহিতা—অন্তঃসত্ত্বা তেওঁ ।

ৰজা । তেন্তে সেই গৰ্ভস্থ সন্তানে
বিপুল ধনৰ সেই হব অধিকাৰী
কোৱা গই ইয়াকে মন্ত্ৰীক ।

বেত্ৰ । যিবা আজ্ঞা । ( যাব খোজে । )

ৰজা । ৰবা ।

বেত্ৰ ( ঘূৰি আহি ) কি আদেশ শুনিম পুনৰ ?

ৰজা । সন্তান আছেনে নাই
সেই কথা বিচাৰৰ নাই প্ৰয়োজন ।
প্ৰিয়-বন্ধু বিয়োগত বিৰহকাতৰ
হব মোৰ প্ৰজা যিসকল
দুষ্যন্তই সেই স্থান কৰিব পূৰণ ।

রজাই প্রজাৰ বন্ধু প্রজাৰ সেৱক
এই কথা ভতালিকে কৰক ঘোষণা। [ বেত্ৰৱতীৰ প্ৰস্থান। ]

ৰজা। পুত্ৰহীনে কি যে ব্যথা পায় অন্তৰত
মৰ্ম্মে মৰ্ম্মে সেই কথা কৰোঁ অনুভৱ।
বংশধৰ অবিহনে সকলো সম্পদ
এই নিৰ্চনাই হয় পৰহস্তগত। [ বেত্ৰৱতীৰ পুনৰ প্ৰবেশ। ]

বেত্ৰ। স্বৰ্গদেও! যতবত ৰবযুগ হলে
যিদৰে আনন্দ হয় প্ৰজাসকলৰ
ৰাজআজ্ঞা কৰোঁতে ঘোষণা
সিদৰে অভয় বাণী শুনি নৃপতিৰ
সকলোৱে মহানন্দ কৰিছে প্ৰকাশ। [ প্ৰস্থান। ]

ৰজা। হায়! স্বৰ্গগত পিতৃ-পিতামহ মোৰ!
নিঃসন্তান দুষ্যন্তক দেখি
পুৰুবংশ লুপ্ত হয় বুলি
তোমালোক সন্দেহত হইছা অধীৰ।
কৃপা কৰি ভাগ্যলক্ষ্মী
আহিছিল মোৰ কাষলই
—খেদি দিলোঁ অপমান কৰি।
ধিক্ মোৰ এনে জীৱনত!

সানু ( স্বগত ) আত্মনিন্দা কৰে স্বৰ্গদেৱে
লক্ষ্য কৰি শকুন্তলালই।

ৰজা। মত্ত হই আছোঁ মই ৰাজঐশ্বৰ্য্যত
ওপৰত—পিণ্ডলোপ হোৱাৰ ভয়ত
পিতৃ-পিতামহে সউ কৰে হাহাকাৰ!
সেই নিমিত্তেই—অবিৰল লই অশ্ৰুজল

প্ৰতিদিনে যি তৰ্পণ কৰিছোঁ প্ৰদান
তাকেই দুৰ্লভ জ্ঞানে
পিতৃগণে কৰিছে গ্ৰহণ। ... পৰি যায়।

চতু। স্বৰ্গদেও। স্বৰ্গদেও। (ৰজাক শুশ্ৰূষা কৰে)

ৰজা। নিঃসন্তান মই।
মোৰ পিছতেই মোৰ পাপ হেতু
নিষ্কলঙ্ক পুৰুবংশ — সদৃশ দুকুল
সৰস্বতী নদীসম হব অন্তৰ্ধান। (মূৰ্চ্ছা)

সানু (স্বগত) কিনো মোৰ কৰ্তব্য এতিয়া?
নৃপতিক সুস্থ কৰা
কিম্বা কণ্বৰ অপেক্ষা
দেৱতা নিৰ্দিষ্ট সেই সময়ৰ [illegible]
দেৱমাতা অদিতিৰে
শকুন্তলাক দিছিল আশ্বাস :-
যজ্ঞভাগ লবলৈ ইচ্ছুক দেৱতা।
তেওঁলোকে এনেকুৱা কৰিব ব্যৱস্থা
যাৰ দ্বাৰা শীঘ্ৰে হব শুভ সম্মিলন।
নাই আৰু ৰবৰ সময়
কাৰণ পাৰিলো মই সন্দেহভঞ্জন।
পালে এই শুভ সুসংবাদ
প্ৰিয় সখী শকুন্তলা মোৰ
অতিশয় হব আনন্দিতা।
যাওঁ মই কৰোঁ এবে তাৰেই বিধান।

[লাহে লাহে উপৰলৈ উৰি গৈ শূন্যত মিহলি হৈ যায়।]

নেপথ্যত বিদূষক। মাৰিলে ঐ! মাৰিলে ঐ। ব্ৰহ্মহত্যা কৰিলে ঐ! মই অৱশ্য ঐ।

ৰজা। কাৰ কণ্ঠস্বৰ? সখা মাধব্যৰ। কোন আছ? [কঞ্চুকীৰ প্ৰবেশ।]

কঞ্চুকী। কিবা আদেশ স্বৰ্গদেও! মাধব্য বিপন্ন।

ৰজা। মাধব্য বিপন্ন! কোনে কৰে ইমান সাহস?

কঞ্চুকী। স্বৰ্গদেও! সৌ কাৰেঙৰ আটাইতকৈ ওখ চূড়াত মিৰোৰ কপৌ চৰায়ে বাস কৰে সেই ফালৰপৰা এজন অদৃশ্য প্ৰাণী আহি ৰাজসখা মাধব্যক কষ্ট দিছে।

ৰজা। অসম্ভৱ! দুষ্মন্তৰ থাকোঁতে শাসন
কাৰেঙত অদৃশ্য দুৰ্জ্জন!
নোহে একো আচৰিত কথা!
নিজে মই অতিকে বিপন্ন
বুজা নাই নিজৰেই অপৰাধ মোৰ।
এনে সময়ত আজি
ছত্ৰহীন ৰাজ্যৰ প্ৰজাক
কোন কত কৰে অত্যাচাৰ
নিৰূপণ কৰিম কিদৰে?

নেঃ বিদূ। মৰিলোঁ ঐ! মৰিলোঁ ঐ। কোন আছহঁক ঐ? স্বৰ্গদেও ঐ! (কান্দে)

দুষ্য। ভয় নাই, ভয় নাই সখা।
মই আছোঁ ৰক্ষক তোমাৰ।

নেঃ বিদূ। মোৰ ডিঙি মুচৰি আধা৷ পেলালে ঐ। (কান্দে)

দুষ্য। কোন আছ? আন শৰ-শৰাসন।

[বেত্ৰৱতীৰ লগত যাবনী সেনাবোৰৰ প্ৰবেশ।]

বেত্র। স্বৰ্গদেও! এয়া ধনু-শৰ।

নেঃ বিদূ। মৰিলোঁ ঐ। মৰিলো ঐ।

নেঃ মাতলি। চিঞৰিলে কোনে আজি এৰি দিব তোক?

বুকু ফালি তোৰ—কৰি ৰক্তপান

তেতিয়াহে—তেতিয়াহে এৰি দিম মই।

মাত—মাত টেটুফালি

চাওঁ মই কোন আছে ৰক্ষাকৰ্ত্তা তোৰ।

ৰজা। দুষ্মন্তৰ মহাশক্তি কৰ উপহাস

দুৰন্ত ৰাক্ষস তই জানিছোঁ সাৰৰ।

ৰবি, ৰবি দুৰাচাৰ।

ধনুৰ্ব্বাণ কৰিছোঁ যোজনা।

বেত্রবতী! দেখুৱা তুইক

কোন পিনে প্ৰসাদৰ চূড়া।

( শৰ যোজনা )

বেত্র। সোঁফালে—সোঁফালে স্বৰ্গদেও।

ৰজা। কতা? কতা?

কোনোফালে কাকো দেখা নাই

কত থাকি দুৰাচাৰ কৰে অত্যাচাৰ?

নেঃ বিদূ ( কান্দি কান্দি ) দেখা নাই? দেখা নাই? ইফালে যে মোৰ প্ৰাণ যায়। মই তোমাক দেখা পাইছোঁ। চোৰা—চোৰা, মেকুৰীৰ মুখৰ এন্দুৰৰ নিচিনা মোৰ দুৰ্দ্দশা।

নেঃ মাতলি। বলা কিয় স্বৰ্গদেও?

আগতেই আছো মই

পাবা যদি কৰা তুমি শৰৰ সন্ধান।

ৰজা। হে পাপিষ্ঠ! আঁৰত লুকাই থাকি

কিয় কৰ তেনেকুৱা দম্ভ-আস্ফালন ?
নালাগেনে লাজ ?
দেখা পোৱা নাই তোক যদিও দুৰ্জ্জন ।
তথাপিতো নোৱাৰিবি বৰ বেছি পৰ ।
দেখা পাব এই শৰে মোৰ
ভালদৰে দিব প্ৰতিফল ।

[ শৰ এৰিব খুজিলে । মাতলিৰ প্ৰৱেশ । পাছে পাছে কান্দি কান্দি বিদূষক । ]

মাত । ৰবা, ৰবা স্বৰ্গদেও ।
কৰাচোন আজিলৈ শৰ সম্বৰণ ।
দেৱৰাজে দিছে স্থিৰ কৰি
তোমাৰ শৰৰ লক্ষ্য হুৰন্ত অসুৰ ।
সুহৃদৰ প্ৰতি স্বৰ্গদেও ।
সুমধুৰ দৃষ্টিবাণ বৃষ্টি কৰা তুমি
লৌহবাণ পৰক উফৰি ।

দুষ্য । কোন-মাতলি ?
দেৱৰাজ ইন্দ্ৰৰ সাৰথি ।
আহাঁ, আহাঁ বন্ধু মোৰ !

বিদ । বোলোঁ স্বৰ্গদেৱে কৰা কি ? আজি এই ডবস্থয়ে ৰাজসখা ব্ৰাহ্মণৰ তেজ পিবলৈ ধৰিছিল । ইমানতো আকৌ তাৰ লগত কিহৰ আলাপ ? ইমানখন গাথীৰে-কাল সনাসনি কিয় ?

মাত । আয়ুষ্মন ! কৰা অৱধান
কি কাৰ্য্যত দেৱৰাজে পঠিয়ালে মোক ।

ৰজা । কোৱা বন্ধু !

মাত । কালনেমি বংশত জন্মিছে,

ভালেমান দুৰ্দ্ধৰ্ষ দানৱ।

ৰজা। দেৱৰ্ষি নাৰদে মোক দিছে সমাচাৰ।

মাত। দুৰ্দ্ধৰ্ষ দানৱ সেই
দেৱৰাজ ইন্দ্ৰৰ অবধ্য।
সিইঁতক দমনৰ ভাৰ
সুৰেন্দ্ৰই সমৰ্পণ কৰিছে তোমাক।

ৰজা। দেৱেন্দ্ৰৰ এনে কেন অনুগ্ৰহ পাই?
সন্মানিত বুলি মই ভাবিলোঁ নিজকে।
কোৱা এবে হে মাতলি। এই ব্ৰাহ্মণক
কিয় তুমি অৱাবতে কৰিলা পীড়ন?

মাত। শুনা আয়ুষ্মন্!
আছে তাৰো অলপ কাৰণ।

বিদূ। তাৰো আকৌ এড়াল কাৰণ আছে? এতিয়াও মোৰ-গলধন বেকা হৈ আছে।

মাত। নামি আহি পৃথিৱীত মই
ম্ৰিয়মান নৃপতিক দেখিলোঁ চিন্তাত।
সেই হেতু উত্তেজিত কৰিবৰ বাবে
ব্ৰাহ্মণক আলিঙ্গন কৰিলোঁ আগতে।

বিদূ। সেয়া আকৌ আলিঙ্গনহে হল। এই ব্ৰাহ্মণৰ ডিঙিটো ৰাজহুৱা সম্পত্তি বুলি ভাবিছিলা হবলা মোৰ বাপধন?

মাত। কাঠক ঘৰ্ষণ কৰি
যেনকই পোৱা যায় দীপ্ত হুতাশন
ফণা মেলে কোবালে সৰ্পক,
সেইদৰে তেজস্বী জনেও
জ্বলি উঠে পীড়ণত নিজ শক্তি লই।

ৰজা (হাঁহি) শলাগিছোঁ হে মাতলি। চাতুৰ্য্য তোমাৰ।

প্ৰিয় সখা! নকৰা বেজাৰ
দেৱৰ কাৰ্য্যত মাথোঁ
কষ্ট তুমি কৰিলা স্বীকাৰ।
কোৱা গৈ মন্ত্ৰীসকলক
তেওঁলোকে ৰাজকাৰ্য্য নিৰ্ব্বাহ কৰক।
আৰু মোৰ এই ধনুৰ্ব্বাণ—
দেৱবৈৰী দানৱৰ সংহাৰিব প্ৰাণ,
দেৱতাৰ সাধিব কল্যাণ।

বিদূ। স্বৰ্গদেওৰ যি আদেশ। মাতলি ডাঙৰীয়া। আপনৈ যেন আৰু এই ভিডিটো বাঞ্জৰা বুলি ভাবি ধেমালি নকৰা। চোৱাচোন এতিয়াও ভালদৰে পোন কৰিব পৰা নাই।

মাতলি। আয়ুষ্মন! প্ৰস্তুত ৰথ।

ৰজা। বলা [ সকলোৰে প্ৰস্থান। ]

---

## ঐক্যতান

# সপ্তম অঙ্ক

## প্ৰথম দৰ্শন

### শূন্যপথ

[ দুষ্মন্ত আৰু মাতলিৰ ৰথত প্ৰৱেশ ।]

ৰজা । দুৰ্দ্ধৰ্ষ দানৱ দল হ'ল পৰাজিত,
নিষ্কণ্টক সুৰপুৰি মন্দাকিনী তীৰ
নিষ্কণ্টক দেৱেন্দ্ৰৰ নন্দনকানন ।
দেৱতাৰ লই আশীৰ্ব্বাদ
দেৱতাৰ কাৰ্য্য মই কৰিলোঁ সাধন
তাত মোৰ গৌৰৱৰ নেদেখোঁ কাৰণ ।
তথাপিতো কে মাতলি ।
গুণগ্ৰাহী দেৱতাসমাজে
যি সন্মান দেখুৱালে মোক
আজীৱন ৰাখিম মনত
সেই সন্মানৰ মই নোহোঁ যোগ্যজন ।

মাত । আয়ুষ্মন ! মহেন্দ্ৰয়ো ভাবিছে মনত
দেৱতাৰ যি মহান সাধিলা কল্যাণ
তাৰ তুলনাত—অতি তুচ্ছ
অতি ক্ষুদ্ৰ অভ্যৰ্থনা ই যে
বীৰ তুমি
পাব লাগে বীৰত্বৰ প্ৰকৃত সন্মান ।

গঁচাকৈয়ে দেৱতাসমাজে
পৰা নাই দিবলই যোগ্য প্ৰতিদান।

ৰজা। নহয়, নহয় মাতলি!
সামান্য নহয় সেই দেৱতাৰ দয়া,
কল্পনাৰো অগোচৰ এনুৱা গৌৰৱ।
বিদায় কালত মোৰ
দেৱতাৰ সমাগত নিজে দেৱেন্দ্ৰই
বহুৱাই একাষত নিজ আসনৰ
নিজ পুত্ৰ জয়ন্তক থিয় কৰি ৰাখি
মিচিকিয়া হাঁহি মাৰি মোৰ ফালে চাই
চন্দন-চৰ্চ্চিত শুভ্ৰ মন্দাৰৰ মালা
নিজৰ কণ্ঠৰ পৰা লই সোলোকাই
দিলে মোক ডিঙিত পিন্ধাই।

মাত। আয়ুষ্মন!
দেৱতাৰ নাই একো অদেয় তোমাক।
যিবা দৰে তাহানি এদিন
নৰসিংহে নখেৰে বিদাৰি
কৰিছিল দেৱতাৰ কণ্টক নিৰ্মূল
সেইদৰে আজি তুমি জুৰি তীক্ষ্ণ শৰ
দুৰ্জ্জয় সুৰেন্দ্ৰৰ কৰি শত্ৰু ক্ষয়
কৰি দিলা শান্তিময় স্বৰ্গ দেৱতাৰ।

ৰজা। দেৱেন্দ্ৰকে অধিকাৰী এই গৌৰৱৰ,
ভৃত্যৰ কাৰ্য্যত বাঢ়ে প্ৰভুৰ মহিমা।
সহস্ৰ কিৰণমালা লই দিবাকৰে
নকৰিলে নিজকে প্ৰকাশ

ৰজা। সেই নিমিত্তেই মোৰ
চকু আদি ইন্দ্ৰিয়সকল
মনৰ লগত মিলি
অন্তৰাত্মা সহ এবে হই একেলগ
প্ৰফুল্লিত হল অতিশয়।
কোৱা হে মাতলি!
মেঘবো গমনপথ হলোঁ। নেকি পাৰ?

মাত। সঁচা আয়ুষ্মন!
নাই আৰু বেছি দূৰ
নিজ ৰাজ্য পাবা সোণকালে।

ৰজা। হে মাতলি।

চোৱাচোন ওপৰৰ পৰা
কি বিচিত্ৰ শোভা ধৰণীৰ।
চোৱা এই ওপৰৰ ফালে
পৰ্ব্বতে তুলিছে যেন গৰ্ব্বোন্নত শিৰ
আৰু যেন সেই শৈল-শিখৰৰ পৰা
তললৈ ধীৰে ধীৰে নামিছে ধৰণী।
পাতে-ঢকা গছৰ ককাল
স্পষ্টভাবে পৰিছে চকুত।
দৃষ্টি-অগোচৰা যত জলতৰঙ্গিনী
এচৰৰ পৰা এবে
দেখা দিছে মূৰ্ত্তিমতী হই।
আৰু এনে হয় অনুমান
কত্ৰ তেজে কোনো জনে হই বীৰ্য্যবান

তুলি ধৰি গোটেই বিশ্বকে
লই আছে মোৰ কাষলত।

মাত। যথাৰ্থতে মহাভাগ! কৰিছা দৰ্শন
মনোহৰা বসুন্ধৰা অতি সুশোভন।

ৰজা। সৌৱে দেখিছোঁ। গিৰি অ'ই মাজতৰ
ধৌত কৰে পূৰ্ব্ব আৰু পশ্চিম সাগৰ,
সন্ধ্যা মেঘে জ্বলে যাৰ হিৰণ্ময় বেশ
সৌন্দৰ্য্যৰ লীলাভূমি কিনো সেই দেশ?

মাত। হেমকূট নামে গিৰি কিন্নৰ আলয়
তপস্বীৰ প্ৰিয় স্থান সেয়ে শোভাময়।
ব্ৰহ্মাৰ মানসপুত্ৰ মহৰ্ষি মাৰীচ
সুৰাসুৰ জন্মদাতা নিজেই যিজন
সেই স্থানতেই — শুনা হে ৰাজন।
পত্নীসহ আছে তেওঁ তপস্যা মগন

ৰজা। তেন্তে হে মাতলি।
নোহে সেই মহাতীৰ্থ উপেক্ষাৰ স্থান।
বলা আমি সেই তীৰ্থ কৰি প্ৰদক্ষিণ
ভক্তিভাৱে পূজোঁ ভগৱান।

মাত। বলা দেৱ।
পূৰ্ণ হোক সুপবিত্ৰ কামনা তোমাৰ।

[ সকলোৰো প্ৰস্থান। ]

## দ্বিতীয় দৰ্শন

### মাৰীচ আশ্ৰম

[ দুষ্যন্ত আৰু মাতলিৰ প্ৰৱেশ । ]

ৰজা । কোৱা বন্ধু ! এয়ে নেকি মাৰীচ আশ্ৰম ?

মাতলি । ধ্যানমগ্ন যোগীবৰ সন্মুখে অদূৰত
সমাধিস্থ অৰ্দ্ধ দেহ বল্মীক স্তূপত ।
উপবীত সম শোভে সৰ্প-চৰ্ম্ম গাত
নিপীড়িত কণ্ঠদেশ—জীৰ্ণ লতা তাত ।
জটাত কৰিছে বাস বিবিধ চৰাই
অচল অটল ঋষি মাতবোল নাই ।

ৰজা । উগ্ৰতপা সেই মহৰ্ষিক
ভক্তিপূৰ্ণ প্ৰণিপাত কৰিছোঁ৷ জ্ঞাপন ।

মাত । আদিমাতা অদিতিৰ সযত্ন-সেৱিত
প্ৰৱেশিলো তপোৱন মন্দাৰশোভিত ।
চোৱা দেৱা মহাভাগ ! অতি মনোৰম
ভগৱান মাৰীচৰ পৱিত্ৰ আশ্ৰম ।

ৰজা । হে মাতলি ! ধন্য মই মানিলো নিজকে
দেখা পাই চকুৰ আগত
স্বৰ্গাদপি গৰীয়সী এই ৰম্য স্থান ।
নাই যত ত্ৰিলোকৰ অপ্ৰাপ্য একোকে
শত শত কল্পবৃক্ষ শোভিত কাঁনন ।
যি বৃক্ষৰ তলে তলে বহি মুনিগণ
প্ৰাণায়াম কৰিছে সাধন,

বায়ু মাত্ৰ সামান্য ভক্ষণ
তাৰে কৰ জীৱন ধাৰণ।
সুবাসিত সৰোবৰ কৰি জলমল
ফুলে যত শত শত কনক কমল
সানি যাৰ পূত ৰেণু গাত
কপিশ বৰণ লই
বাৰিধাৰা হই সুনিৰ্ম্মল
ৰত্নময় মণিময় শৈলগুহা মাজে
যি স্থানত সুৰাঙ্গনা অপূৰ্ব্ব সুন্দৰী
অহৰহ লয়লাসে কৰে বিচৰণ
—যাৰ ওচৰত শিকি ইন্দ্ৰিয় সংযম
তুচ্ছ কৰি ভোগ তৃষ্ণা কামিনা-কাঞ্চন
শ্ৰেষ্ঠতম তপস্যাত মোক্ষলাভ হেতু
মুনিগণে কৰে যত কঠোৰ সাধনা।
উচ্চগামী সৰ্ব্বকালে মহতৰ আশা।
(অলপ ৰে উৰ্দ্ধলৈ চাই)
কোৱা বৃদ্ধ তপস্বী প্ৰধান!
কিবা কাৰ্য্যে ব্যাপৃত এবে মাৰীচ মহান?
(যেন সমিধান পালে) কিবা কথা দেৱ।
পতিব্ৰতা ভাৰ্য্যাৰ কৰ্ত্তব্য
প্ৰশ্ন কৰে আদিমাতা দেৱী দাক্ষায়নী,
মহৰ্ষিয়ে দিছে সমিধান
পান কৰে মুনিপত্নী বচন-অমৃত।
(প্ৰকাশে) স্বৰ্গদেও! বহি এই অশোকমূলত
লোৱা তুমি খন্তেক বিশ্ৰাম।

সেই সুযোগতে মই
সুৰপতি পিতৃৰ আগত
নৃপতিৰ আগমন দিওঁ সমাচাৰ।

ৰজা। যোৱা দেৱ অভিৰুচিমতে
ৰম মই বহি প্ৰতীক্ষাত। ( মাতলিৰ প্ৰস্থান।
কিবা হেতু অকাৰণ
দক্ষিণ বাহুত মোৰ উঠিল স্পন্দন ?
ভাঙিছে মঙ্গল ঘট
নিজ হাতে বিসৰ্জ্জিছোঁ সোণৰ প্ৰতিমা
আৰু কিয় বৃথা সেই আশা ?
দশোদিশে অন্ধকাৰ
হেৰুৱা সুখৰ বাবে
আৰু কিয় পুনৰ্ব্বাৰ উঠে হাহাকাৰ ?

নেপথ্যত ১ম তাপসী। দুষ্ট লৰা।
যতে ততে কেৱল ধেমালি ?
নাপায নহয় সোণ। নকৰ ধেমালি।

ৰজা। কাৰ কণ্ঠস্বৰ ? শান্ত এই তপোবন
কোনে কাক কৰে নিবাৰণ ?
( নেপথ্যলৈ চাই ) ইকি ! কোন সেই সুন্দৰ বালক ?
যুৱকৰ সম বল ধৰি শৰীৰত
মাতৃৰ বুকুৰ পৰা কেশৰত ধৰি
দুগ্ধ-পান নউ কওতেই
খেলা কৰে টানি আনি সিংহৰ পোৱালী।
তাপসী দুজনা মিলি দুৰন্ত শিশুক
প্ৰাণপণে যত্ন কৰে কৰিব শাসন।

নেপথ্যত ( সিংহ গর্জ্জন। )

নেপঃ ১ম তাপ। অবাধ্য বালক!

এই সিংহ-শিশু

সন্তানৰ সম প্ৰিয় সবাৰে আমাৰ।

কিয় তাক কৰ তই অযথা পীড়ন?

দৰ্প তোৰ বাঢ়ে দিনে দিনে।

স্বৰূপতে সৰ্ব্বদমন তই

জানি শুনি মুনিগণে দিছে ঠিক নাম।

নেপথ্যত ( সিংহ গৰ্জ্জন। )

নেপথ্যত সৰ্ব্বদমন। ইঃ! মই জানিবা ভয়হে কৰিলো?

জানিবা তাপসী আই!

সৰ্ব্বদমনৰ কতো পৰাজয় নাই।

নেপঃ ২য় তাপ। সৰ্ব্বদমন সোণ মোৰ!

এৰি দে, এৰি দে সিংহৰ শিশু

নতু—সউ সিংহিনীয়ে আহি

কাঢ়ি নিব ঘটুৱাই তোক।

ৰজা। মহাতেজ আছে সেই বালকৰ গাত।

যেন এটি স্ফুলিঙ্গ অগ্নিৰ

কাঠৰ নিমিত্তে মাথোঁ অপেক্ষা কৰিছে

অচিৰতে দাবানল জ্বলিব ভীষণ।

নেপঃ ১ম তাপ। সৰ্ব্বদমন সোণটি মোৰ।

এৰি দিলে তই এই সিংহৰ পোৱালী

বহু বস্তু দিম মই খেলৰ কাৰণে।

নেপঃ সৰ্ব্ব। কতা? কতা? দিয়াচোন বাৰু।

ৰজা। নোহে মাথোঁ বীৰ্য্যবান শিশু।

হাত দুটি মেলি দিওঁতেই
তৰুণ উষাৰ দেখি হাঁহি মিচিকিয়া
আধা-মুলা ৰঙচুৱা পদুমৰ দৰে
ৰঙা সেই আঙুলিত প্ৰত্যক্ষ দেখিছোঁ
ৰাজচক্ৰৱৰ্ত্তী চিন জিলিকিছে তাত।

নেপঃ ২য় তাপ। ভগিনী সুব্ৰতা!
এৰি দিয়া বালকক তুমি
কথাৰে ভুলাব তাক নোৱাৰা কদাপি।
সঙ্কোচন নামে সেই ঋষিৰ কুমাৰে
নানা ৰঙে বিভূষিত কৰি
সাজি থোৱা মাটিৰ ময়ূৰ
তাকেচোন আনি দিয়া তাক।

নেপঃ ১ম তাপ। বাৰু তাকে আনো গই।

নেপথ্যত (সিংহ গৰ্জ্জন।)

নেপঃ সৰ্ব্ব। তেন্তে শুনা, যেতিয়ালৈকে সেই মাটিৰ ময়ূৰ আহি মোৰ হাতত নপৰিব তেতিয়ালৈকে এই সিংহ শিশু মোৰ বন্দী হৈ থাকিব। ঠিক জানিবা এবা।

ৰজা। অশান্ত শিশুৰে এই
কিবা হেতু মন মোৰ কৰে আকৰ্ষণ?
ঈষৎ প্ৰকাশিত সৰু চাৰু দন্তপাতি
মন্দ মন্দ হাঁহে অকাৰণ,
আধা-ফুটা মিঠা মাতে
দুই কাণে কৰে মোৰ মধু বৰিষণ।
আনন্দ আকুল হই দুহ বাহু মেলি
কোলালই যি তনয় আহে আগবাঢি

এনে শিশু নৱণুকোমল
বুকুত সুমাই লই
যি মানৱ হব পাৰে ধূলি-ধুসৰিত
ধন্য কেওঁ নৰ সমাজত।

নেপঃ ২য় তাপ। অবোধ বালক!
এতিয়াও শুনিলি মোৰ কথা তই?
কোন আছা ওচৰত ঋষিৰ কুমাৰ
লই যোৱা এই বালকক।

(প্ৰৱেশ কৰি ৰজাক কয়।)

ভদ্ৰমুখ! আনাচোন তুমিয়েই থাক।
দুৰন্ত শিশুৱে চোৱা কেশৰত ধৰি
কেনে ভাবে কষ্ট দিছে সিংহ-পোৱালীক।

ৰজা। চাওঁ থাক চেষ্টা কাৰ।

(প্ৰস্থান। পুনৰ ৰজা ও ক বালক সৰ্বদমনৰ প্ৰৱেশ।)

ৰজা। শুনা সোণ! মুনিৰ নন্দন তুমি
জন্ম ত, অধিকাৰ অহিংসা তোমাৰ
সংযমৰ তুমিয়েই প্ৰধান সাধক।
আশ্ৰমবিৰোধী তথু এনে আচৰণ
অতিকই নিন্দনীয়—অতি অশোভন।
অন্তৰৰ শুদ্ধ ভাব দেৱতা-দুৰ্লভ
কোৱা সোণ! কি কাৰণে কৰা কলুষিত?
যিবা দৰে কৃষ্ণ সৰ্পশিশু
সুগন্ধি চন্দন তৰু অতি অনায়াসে
বিষ-জৰ্জৰিত কৰে নিজ সহবাসে
সেইদৰে হে সোণাই!

অহিংসা সংযম ভাব কৰি পৰিহাৰ
বুকুত সাৰটি ধৰি
আশ্ৰমবিৰুদ্ধ এনে উগ্ৰ ব্যৱহাৰ
তুমি দেৱশিশু—মুনিৰ কুমাৰ
নকৰিবা কলঙ্কিত জনম তোমাৰ।

২য় তাপ। ভদ্ৰমুখ!
নোহে এই বীৰশিশু মুনিৰ কুমাৰ।

ৰজা। বালকৰ প্ৰকৃতিয়ে
শৰীৰৰ অনুৰূপ বীৰত্ব কাৰ্য্যই
সেই কথা কৰিছে প্ৰকাশ।
আশ্ৰমত দেখা পাই মাথোঁ
তাপসকুমাৰ বুলি ভাবিছিলোঁ মই।

(বালকৰ গাত হাত ফুৰাই)

আহা—স্পৰ্শসুখ কি মধুৰ! কেনে সুশীতল!!
কোন কুলে জন্ম?
জন্মদাতা কোন ভাগ্যবান?
স্পৰ্শ কৰি এই হেন যাদুৰ পুতলি
কিমান আনন্দ তেওঁ পায় হৃদয়ত
ভাষাৰে প্ৰকাশ কৰা নহয় সম্ভৱ!
নহওঁ আপোন মই—তথাপিতো মোৰে
নাচি উঠে প্ৰতি অঙ্গ সুখ-পৰশত!

২য় তাপ। ইকি! অতিশয় আচৰিত কথা।

ৰজা। আৰ্য্যে! কিনো হেতু বিস্ময় ইমান?

২য় তাপ। এই শিশু আৰু তুমি
সম্বন্ধত কাৰো কোনো একোকে নোহোৱা
তথাপিতো দুজনৰে সাদৃশ্য ইমান!

আশ্রমৰ স্বভাৱ-বিৰোধী
দুৰন্ত শিশুক তুমি অচিনাকি হযো
একেষাৰ মুখৰ কথাৰে
কৰিব যে পাৰিছা শাসন
তাকে দেখি মানিছো বিস্ময়।

ৰজা। নোহে যদি ঋষিৰ কুমাৰ
কোন কুলে—কোন গৃহে জন্ম বালকৰ ?
কোৱা আৰ্য্যে ! বালকৰ দিয়া পৰিচয়।

২য় তাপ। পুৰুবংশে জন্ম বালকৰ।

ৰজা ( স্বগত ) জন্মিছে বালক এই মোৰ বংশতেহে
সেই হেতু বালকত দেখিলে তাপসী
মোৰ সতে আকাৰত সাদৃশ্য ইমান।
( প্ৰকাশ্যে ) পৌৰৱৰ বংশধৰ এই বীৰশিশু
সুপৱিত্ৰ কুলৰ গৌৰৱ
পুৰুবংশে কৰি জন্মলাভ
শোভা কৰি সুৰম্য প্ৰাসাদ
প্ৰথমতে লই ভাৰ পৃথিবী-শাসন
সুদীৰ্ঘ কালৰ অন্তে বৃদ্ধ বয়সত
সংযম সাধনা কৰি গছৰ তলত
লব লাগে তাপসৰ ব্ৰত।
কিন্তু এনে বনবাস কোমল শিশুৰ
অকালতে অৰণ্য আশ্ৰয়
সম্ভৱ কিদৰে হয় কোৱা আৰ্য্যে মোক।

২য় তাপ। ঠিক কথা, নাই তাত অসত্যৰ লেশ।

অপ্সৰা-সম্বন্ধ মাথোঁ। থকাৰ নিমিত্তে
জননীয়ে এই বালকৰ
আশ্ৰমতে কৰিছে প্ৰসৱ।

ৰজা ( স্বগত ) আশা ! কুহকিনী মোহিনী আশাই
এতিয়াও মন মোৰ কৰিছে উতলা।

( প্ৰকাশ্যে ) সেই মাতৃ এই বালকৰ
কোন ৰাজৰ্ষিৰ পত্নী কোঁৱা হে তাপসী।

২য় তাপ। সেই ধৰ্ম্মপত্নী-ত্যাগী নাম
নোৱাৰিম আনিম মুখত।

ৰাজা ( স্বগত ) বোধকৰোঁ মোকে লক্ষ্য কৰি
হানে এই বিদ্ৰূপৰ বাণ।
সোধোচোন, কোন এই শিশুৰ জননী
নাই—নহয় উচিত !
পৰ-দাৰ চৰ্চ্চা কৰা হব মহাপাপ।

( মাটিৰ ময়ুৰ লৈ ১ম তাপসীৰ প্ৰৱেশ। )

১ম তাপ। সৰ্ব্বদমন !
শকুন্ত-সৌন্দৰ্য্য এই কৰা দৰিশন।

সৰ্ব্ব। আই ! কতা আই মোৰ ?

১ম তাপ। মিল দেখি জননীৰ নামৰ লগত
মতলীয়া মাতৃভক্ত শিশু।

২য় তাপ। কোৱা নাই শকুন্তলা কথা।
কেনেনো ৰূপহ বুলি
চাবলই এই ময়ুৰক
কইছে তোমাক সোণ ! তাপসী মাহীয়ে।

ৰজা ( স্বগত ) শকুন্তলা বালকৰ জননীৰ নাম।

শকুন্তলা ! কোন শকুন্তলা ?
সুমধুৰ নাম শুনিয়েই
আগত নাচিছে মোৰ
মৃগতৃষ্ণিকাৰ বেশে কুহকিনী আশা ।
বিপুল বিশ্বৰ মাজে একে নাম লই
কত জনা আছে শকুন্তলা !

সর্ব্ব ( ময়ুৰ লৈ ) কপাহ ময়ুৰ ! বৰ ভাল পাম তোক মই ।

১ম তাপ । ইকি ? ৰক্ষাকবচ নাই বালকৰ !
কেনি বা পৰিল ? কিনো হব উপায় এতিয়া ?

ৰজা । আৰ্য্যে ! নাই একো চিন্তাৰ কাৰণ
সিংহৰ শিশুৰ সতে যুঁজোঁতে বালকে
মাটিত পৰিছে সৰি কবচ হাতৰ ।
এই চোৱা । ( কবচ তুলিব খোজে )

দুই তাপ । নুতুলিবা, নুতুলিবা, নুচুবা হাতেৰে ।

ৰজা ( কবচ মাটিৰ পৰা তুলি ললে । )

১ম তাপ । তুলিলা যে হাতত কবচ ?

ৰজা । কিয় ? কিনো হেতু তোমালোকে মোক
নিবাৰণ কৰিলা ইমান ?

১ম তাপ । শুনা মহাভাগ !
অপৰাজিতা নামে ই ৰক্ষাকবচ
জাতকৰ্ম্ম কৰাৰ কালত
নিজ হাতে দিছে দান মহৰ্ষি মাৰীচে ।
পিতৃ, মাতৃ, কিম্বা নিজে বালকে মাথোন
তুলিব কবচ এই পৰিলে মাটিত ।

ৰজা । তোলে যদি আনে ?

১ম তাপ । সৰ্প হই কৰিব দংশন ।

ৰজা । দেখিছানে কেতিয়াবা তেনে ?

১ম তাপ । দেখিছোঁ অনেক বাৰ ।

ৰজা । তেনে আৰু কিহৰ পলম ?

পূৰ্ণ হল মনোৰথ মোৰ ।

( বালকক সাৱটি ধৰি ) কুলৰ প্ৰদীপ মোৰ !

বক্ষনিধি বংশৰ দুলাল ।

আঁহা বুকুলই

প্ৰাণভৰি তেপাহেৰে কৰোঁ আলিঙ্গন ।

২য় তাপ । চোৱা হে সুব্ৰতা ! স্বৰ্গদেৱ এয়েঁই নিশ্চয় ।

আহাঁ, ব্ৰহ্মচাৰিণী শকুন্তলাক

দিওঁ গই শুভ সমাচাৰ । [ দুয়ো তাপসীৰ প্ৰস্থান ।

সৰ্ব্ব । এৰি দিয়া, এৰি দিয়া মোক

মই আইৰ কাষলৈ যাওঁ ।

ৰজা । পুত্ৰ !

মোৰ লগতেই যাবা মাতৃ সমীপত ।

সৰ্ব্ব । নহয়—নোচোৱা তুমি !

পিতা মোৰ দুষ্মন্ত নৃপতি ।

ৰজা । আৰু কিয় অযথা সন্দেহ ?

বিবাদৰ মাজতেই মোক

দিছে পুত্ৰ পিতৃ পৰিচয় ।

[ এক বেণীধাৰিণী শকুন্তলাৰ প্ৰৱেশ । ]

শকু । সৌভাগ্যত মোৰ

আৰু মই কিনো দৰে মানিম প্ৰত্যয় ?

সত্য নে সপোন ?

ৰজা ।

হৃদয়ে এয়েই সেই হৃদয়ৰতন ?

ৰজা। এয়ে সেই প্ৰেমময়ী শকুন্তলা মোৰ।
এক বেণী শোভিছে মূৰত
জীৰ্ণ কান্তি, দীৰ্ণ মন কঠোৰ ব্ৰতত।
শুদ্ধমনা ধূসৰবসনা
তাপিতা দাৰুণতাপে প্ৰিয়তমা মোৰ।
মোৰেই নিমিত্তে প্ৰিয়া
সুদীৰ্ঘ বিৰহ ব্ৰত কৰিছে পালন।
এনে হেন পত্নীত্যাগী নিদাৰুণ মই।

শকু। এওঁ যেন নোহে মোৰ আৰ্য্যপুত্ৰ সেই।
তেওঁন কোন ?
স্পৰ্শ কৰি ৰক্ষামঙ্গলানিযুক্ত পুত্ৰৰ শৰীৰ
অকল্যাণ কৰিলে সাধন ?

সৰ্ব্ব (শকুন্তলাৰ কাষলৈ গৈ) চোৱা আই। কোন বা এই জনা। পুত্ৰ বুলি মোক বুকুত সুমাই লৈছে।

ৰজা। প্ৰিয়ে! [illegible] মোৰ কথ
আনন্দত হয় বাকৰোধ।
হৃদয় নিষ্ঠুৰ হৈ তোমাৰ লগত
কৰিছিলো নিকৰুণ যেয়া ব্যৱহাৰ।
তথাপিতো আদৰিণী প্ৰিয়তমা মোৰ।
তোমাক ইদৰে আজি পাই সম্মুখত—
পৰিণাম হল শান্তিময়।
ভাগ্য ভাল — এতিয়াও তুমি মোৰ স্মৃতি
কৰা নাই বিস্মৃতিত লীন।

শকু। (স্বগত) মন! আশ্বস্ত হ।

হৃদয় ! আনন্দ কৰ।
প্ৰতিকূল দৈৱ মোৰ হল অনুকূল।
তুষ্ট আজি নিজ কৃপাগুণে
অসন্তুষ্ট হৃদয়-দেৱতা
—প্ৰকৃততে আৰ্য্যপুত্ৰ এওঁ।

ৰজা। সুবদনী প্ৰিয়তমে মোৰ।
ভাগ্যৱান আজি মই ভাগ্যৱতী তুমি।
সুপ্ত স্মৃতি জাগিছে প্ৰাণত
আঁতৰিছে মায়াজাল—মোহ-অন্ধকাৰ।
ৰোহিণীৰ সন্মুখত
ৰাহুগ্ৰাস মুক্ত হোৱা পূৰ্ণচন্দ্ৰ সম
মই এবে লভিছোঁ তোমাক।

শকু (বাষ্পৰুদ্ধ কণ্ঠে) জয় হোক আৰ্য্যপুত্ৰ সদায় তোমাৰ
জয় হোক— (কান্দতে আৰু কব নোৱাৰিলে।)

ৰজা। জয় শব্দ অৰ্দ্ধ উচ্চাৰিত
বাষ্পৰুদ্ধ কণ্ঠত তোমাৰ।
তথাপিতো প্ৰিয়ে। প্ৰত্যক্ষ দৰ্শন কৰি
বিম্ব-ওষ্ঠ সুশোভিত সুন্দৰ বয়ান
জয়ী মই—পৰিপূৰ্ণ জয়লাভ মোৰ

সৰ্ব্ব। এওঁ কোন আই।

শকু। সোধ তোৰ ভাগ্যক সোণাই।

ৰজা। শান্ত হোৱা শোভনাঙ্গী প্ৰিয়ে।
সমূলি পাহৰা আজি
প্ৰত্যাখ্যান দাৰুণ যন্ত্ৰণা।
মোহৰ জালত মই নিজকে পাহৰি

হিতাহিত জ্ঞান হেৰুৱাই
তিমিৰ আচ্ছন্ন হৈ আছিলোঁ তেতিয়া।
ভালদৰে জানা তুমি- মোহভ্ৰান্ত নৰে
ত্যাগ কৰে এনে ভাবে নিজৰ কল্যাণ।
মোহান্ধ মানৱে
সৰ্পভ্ৰমে কুসুমৰ মালা
দলিয়াই দিয়ে দূৰ হ'।
সেইদৰে তুমি আজি প্ৰিয়ে।
দয়া কৰা—কৃপা কৰা- ক্ষমা কৰা মোক।

(শকুন্তলাৰ ভৰিৰ কাষত পৰি পৰে।)

শকু। ছি ছি আৰ্য্যপুত্ৰ !
এনে কাম নকৰা কদাপি।
উঠা উঠা প্ৰিয়তম।
সেই চেষ্টা কৰা পাৰিহাৰ।
পূৰ্ব্ব জনমত মই সাধি অশা পাপ,
তাৰ ফল ভুগিছিলোঁ এই জনমত।
তুমি কিয় হবা অপৰাধী ?
আজি মোৰ মহাভাগ্য আনন্দৰ দিন
কোৱা আৰ্য্যপুত্ৰ।
পাহৰি আছিলা যাক আজি অকস্মাৎ
মনত পেলালা বাৰু কিনে কাৰণত
এই ভাগ্যহীনা দাসীক তোমাৰ ?
ৰজা। প্ৰিয়ে। সেই কথা কম মই পিছত বিৱৰি।
প্ৰত্যাখ্যান কৰিলা যেতিয়া
নিৰ্ব্বাক নিস্পন্দ হই—পৰম নিজৰ মন

চাইছিলোঁ উদাসীন ভাবে
অবিৰল জলধাৰা নীল নয়নৰ ,
আহাঁ প্ৰিয়ে। অশ্ৰুধাৰ সেই দুচকুৰ
নিজ হাতে মচি দিওঁ মই। ( চকুলো মচি দিয়ে। )

শকু ( ৰজাৰ হাতত আঙঠি দেখি )
আৰ্য্যপুত্ৰ। ই যে সেই হেৰোৱা আঙঠি।

ৰজা। সঁচা প্ৰিয়ে। আচৰিত কথা।
আঙঠি যেতিয়া আহি পৰিল হাতত
তোমাৰ সকলো কথা মধু স্মৃতি যত
তেতিয়াহে পৰিল মনত।

শকু। আঙঠিয়ে বৰ্ত্তমানে অনিষ্টৰ মূল।
কিমান বিচাৰি চালোঁ
তথাপিতো নাপালোঁ হেঁতো।

ৰজা। তেনেহলে প্ৰিয়ে।
আৰু কিয় মোৰ আঙুলিত ?
এই আঙঠিৰ স্থান তোমাৰ হাতত।
আঁতৰিল দুৰ্যোগৰ মেঘ
প্ৰচাৰি বসন্ত বাৰ্ত্তা কনকলতাত
এই ফুল ফুলক এতিয়া।

( শকুন্তলাক আঙঠি পিন্ধাই দিয়ে। )

শকু। বিশ্বাসঘাতক অবিশ্বাসী এই আঙঠিৰ
নাই আৰু প্ৰয়োজন মোৰ।
আৰ্য্যপুত্ৰ। তুমিয়েই ৰাখা বাৰু তাক। [ মাতলিৰ প্ৰবেশ। ]

মাত। আজি অতি পুণ্য দিন !
লাভ কৰি ধৰ্ম্মপত্নী, পাই বীৰ পুত্ৰ
স্বৰ্গদেও। হলা তুমি পৰম যশস্বী।

রাজা। আহা প্ৰিয় ! আহাঁহে সুহৃদ !
এনে হেন আকাঙ্ক্ষিত মহামিলনৰ
সকলো প্ৰশংসা লাগে তুমিয়ে লভিব।
কোৱা হে মাতলি !
পাইছেনে দেৱৰাজে এই সমাচাৰ ?

মাতলি ( মিচিকিয়াই হাঁহি )

দেৱতাৰ অবিদিত নাই একোকেই।
আহা স্বৰ্গদেও ! দৰ্শন কামনা কৰে
ভগৱান মহৰ্ষি মাৰীচে।

শকু। আৰ্য্যপুত্ৰ ! লাজেই লাগিছে মোৰ
গুৰুজন সমীপত—যাবলই তোমাৰ লগত।

ৰাজা। বলা প্ৰিয়ে ! এনে হেন সুখৰ দিনত
নাই একো লাজৰ বিষয়।

[ সকলোৰে প্ৰস্থান ]

## পট পৰিবৰ্ত্তন

আসনত মাৰীচ, কাষতে দেৱমাতা অদিতি। ৰজা, শকুন্তলা, সৰ্ব্বদমন
মাতলি আদি।

মাৰীচ। দাক্ষায়নী ! মহিপতি দুষ্মন্ত এইজন
তব পুত্ৰ মহেন্দ্ৰৰ ৰণৰ নায়ক,
—স্বৰ্গৰ সকলো শত্ৰু বিনাশিছে এৱে।

অদি। আকৃতিয়ে সেই কথা দিছে পৰিচয়।

মাত। স্বর্গদেৱ! দেৱতাৰ জনক-জননী
পুত্ৰস্নেহ নিৰীক্ষণ কৰিছে তোমাক
কাষলৈ যোৱা আগবাঢ়ি।

ৰজা। হে মাতলি! জাত হল ষি দম্পতি,
ব্ৰহ্মাপুত্ৰ দক্ষ আৰু মৰীচিৰ পৰা
উৎপত্তি হেতু বুলি দ্বাদশ সূৰ্য্যৰ
মুনিগণে কৰে যাক সদায় বন্দনা,
যজ্ঞভাগ অধিকাৰী
ত্ৰিলোকৰ ঈশ্বৰ ইন্দ্ৰক
ঋষিসকলে কৰিছে প্ৰসৱ,
যাৰ গৃহে বামনাৱতাৰ হই
অৱতীৰ্ণ সৃষ্টিকৰ্ত্তা হৰি
সেই বিৰাট দম্পতি
মহাপুণ্যে কৰিছোঁ। [illegible]

মাত। স্বর্গদেৱে কয় সত্য কথা।

ৰজা। দেৱতাক তুল্য দুষ্মন্ত
কৰে উভয়ৰে—চৰণ বন্দনা।

মাৰী। বৎস!
পৃথিবী পালন কৰা দীৰ্ঘজীৱী হই।
শকুন্তলা!
ইন্দ্ৰতুল্য স্বামী যাৰ
পুত্ৰৰত্ন জয়ন্তৰ দৰে
কিনো বাৰু আশীৰ্ব্বাদ কৰিম তোমাক?

অদি। বৎসে! তোৰা স্বামী-সুহাগিনী

গালৱ। প্ৰভুৰ আদেশ মই ভুলিলোঁ শিৰত। [ প্ৰস্থান ]

মাৰীচ। বৎস দুষ্যন্ত! সপুত্ৰ কলত্ৰ তুমি
বজ্ৰপাণি ইন্দ্ৰৰ ৰথত
যাত্ৰা কৰা ৰাজধানীলৈ।

ৰজা। ভগৱন! পালিম আদেশ।

মাৰীচ। স্বৰ্গপতি বাসৱে এতিয়া
হস্তিনাৰ প্ৰজাসকলক
বৃষ্টিদান কৰক প্ৰচুৰ
আৰু তুমি সেইভাৱে হস্তিনা-ঈশ্বৰ।
যাগযজ্ঞ নিৰ্বিঘ্নিৰে কৰি সম্পাদন
মহেন্দ্ৰৰ বঢ়োৱা সন্তোষ।
এইদৰে স্বৰ্গ মৰ্ত্ত্য
বান্ধি লৈ একেগছি প্ৰীতিৰ সূতাৰে
শত যুগ [illegible]
উভয়েই কৰা সুখ ভোগ।

ৰজা। ভগৱন! [illegible] মঙ্গল [illegible]
তুমাহঁতে সৰ্বশক্তি কৰিব প্ৰয়োগ।

মাৰীচ। বৎস!
আৰু কিবা প্ৰিয় কাৰ্য্য কৰিম সাধন?

ৰজা। ইয়াতো অধিক নাই প্ৰিয় কাৰ্য্য মোৰ।
তথাপিতো যদি দেৱ কৰুণা ইমান
শুনা তেন্তে—
প্ৰজাৰ হিতৰ বাবে
প্ৰৱৰ্ত্তিত হোক নৰপতি

জগজ্জনে শ্ৰৱণত কৰোক গ্ৰহণ
সুপ্ৰশস্তা দেৱী সৰস্বতী।
শক্তিৱান মহাদেৱে মোৰ
পুনৰ্জ্জন্ম কৰোক বিনাশ—
হোক মোক্ষলাভ
পান কৰো মুক্তিৰ অমিয়া
হৃদয়ৰ এয়ে অভিলাষ

---

—আঁৰকাপোৰ—



## শ্ৰীযুত হাজৰিকাৰ সম্পাদিত

# সোণালী-পাঠ

গুৱাহাটীৰ " অসমীয়াই " লেখিছে—" * * * "সোণালী-পাঠ"ৰ এটা মূল্য স্পষ্টভাবে ওলাই পৰিছে। আমাৰ পাঠ্য-পুথিবোৰ ৰচনা কৰোতে ইমানদিনে অকণিহঁতৰ মনলৈ আৰু দেশৰ আৱশ্যকতালৈ মুঠেই চকু দিয়া হোৱা নাছিল। ফলত পাঠ্যপুথিৰ মাজত আমি পঞ্চম জৰ্জ্জৰ জয়গানো থকা দেখিবলৈ পাইছিলো। সময়ৰ গতিৰ লগে লগে অকণিহঁতক নকৈ গঢ়িবৰ ক্ষেণ পাইছেহি। বৈজ্ঞানিক ভেটিৰ ওপৰত ৰচনা কৰিলেহে লিখকসকলৰ লেখাই "দেশৰ কামত আহিব। কিছুমান নীতিৰ ভেটিত এই পাঠ্যপুথি প্ৰস্তুত কৰাৰ বাবে শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা আমাৰ শলাগৰ পাত্ৰ। পাঠৰ বাছনিও বিত্তোপন হৈছে।"

১২ অক্টোবৰ, ১৯৪৭ চন

যোৰহাটৰ "জন্মভূমিয়ে" লেখিছে—"লৰা-ছোৱালীৰ কোমল মন যাতে বিজাতীয়া নহয় তালৈ লক্ষ্য ৰাখি সকলে পৰা জাতীয় ভাবাপন্ন কৰিবৰ, মাতৃভাষা আৰু সাহিত্যৰ প্ৰতি অনুৰাগ বঢ়াবৰ, সকলো ধৰ্ম্মৰে মহাপুৰুষ আৰু ভাল কথাবোৰৰ প্ৰতি শ্ৰদ্ধা আৰু মনোযোগ আকৰ্ষণ কৰিবৰ উদ্দেশ্যে, সাৰুৱা মাৰ্জ্জিত আৰু শুৱলা পাঠেৰে 'সোণালী-পাঠ' পুথিখনি অধ্যাপক শ্ৰীযুত অতুল হাজাৰিকাদেৱে সঙ্কলন কৰি উলিয়াইছে। শ্ৰেণীৰ ক্ৰম অনুযায়ী পাঠৰ ক্ৰমত বিশেষ শৃঙ্খলা ৰৈছে। মহাত্মা গান্ধী আৰু পণ্ডিত নেহেৰুৰ লেখাৰ ভাঙনি আৰু নতুন-পুৰণি প্ৰসিদ্ধ নেতা সাহিত্যিকসকলৰ বুৰঞ্জী, আখ্যান, বিজ্ঞান বিষয়ক সৰল আৰু ৰসাল পাঠ আৰু মনমোহা কবিতাবিলাক লৰাৰ কাৰণে একেহাতে শিক্ষনীয় আৰু আমোদজনক হৈছে। দেশবৰেণ্য নেতা-সাহিত্যিকসকলৰ প্ৰতিকৃতি আৰু পাঠৰ প্ৰাসঙ্গিক ছবিবিলাকে কি-পাঠিখিনি ৰিবিলাকৰ কাৰণে লিখা হৈছে সিবিলাকৰ কাৰণে আকৰ্ষণীয় কৰি তুলিছে। মুঠতে দেশৰ পৰিবৰ্ত্তিত নতুন অৱস্থাত পুথি-খনি ছাত্ৰৰ কাৰণে উপযোগী আৰু সুখপাঠ্য হৈছে।"

৫ জানুৱাৰী, ১৯৪৮ চন

শ্ৰীযুত হাজৰিকাৰ সম্পাদিত

## সোণালী পাঠ

চৰকাৰী হাইস্কুলৰ প্ৰধান-শিক্ষক সাহিত্যিক শ্ৰীযুত বসন্তকুমাৰ বৰুৱা বি-এ, বি-টি দেৱে লেখিছে—"সোণালী-পাঠ তিনিখন পঢ়ি বৰ সন্তোষ পালো। সৰু সৰু লৰা-ছোৱালীৰ কাৰণে তিনিওখন কিতাপ বৰ উপযুক্ত হৈছে। ছাপা, ছবি আৰু বাছকবনীয়া পাঠবোৰে সোণালী-পাঠ সঁচাকৈয়ে সোণালী কৰি তুলিছে। কিতাপ কেইখনত নতুনত্ব আৰু বিশেষত্ব আছে। গতানুগতিক বাট এৰি আপুনি নতুন ৰচনা ভঙ্গীৰে কিতাপ তিনিওখন যুগুত কৰিব পাৰিছে। সেইবাবে আপোনাৰ শলাগ লৈছো। আপোনাৰ উদ্দেশ্যে সফল হৈছে, পৰিশ্ৰম সাৰ্থক হৈছে।

তেজপুৰ, ২০।০১।৫৭

মঙলদৈ স্কুল-সমূহৰ ডেপুটি ইন্সপেক্টৰ সাহিত্যিক শ্ৰীযুত কমলেশ্বৰ বৰঠাকুৰ বি-এ, বি-টি দেৱে লেখিছে—বাছকবনীয়া, দামী, মনোহাৰী অথচ জাতীয়-ভাবাপন্ন সম্ভাৰেৰে ভৰা। স্বাধীনতাৰ লগে লগে, বিজাতীয়া আৰু ক্ৰমহীন পাঠ্য-পুথিবোৰৰ ঠাই নোহোৱাত পৰিল। দেশবৰেণ্য নেতৃবৃন্দ আৰু দেশমাতৃকাৰ সেৱালৈ অনুৰাগ আৰু প্ৰীতি বঢ়োৱাই এতিয়াৰ পাঠ্যপুথিৰ কাম হব তাকো হাঁহি-খিকিন্দালিৰ যোগেদি। এই কেইখন পাঠ্যপুথিয়ে এইখিনি কৰিব পৰাত আৰু লগে লগে আমনি নলগোৱা পদ্ধতিতে ব্যাকৰণ আদিৰ সংশ্লিষ্ট পাঠবোৰ শিকোৱাত অধ্যাপক শ্ৰীযুত হাজৰিকা ডাঙৰীয়া পাঠ্য-পুথিৰ প্ৰথম প্ৰচেষ্টাতে কৃতকাৰ্য্য হোৱাত আমি অন্তৰ ভৰা আনন্দ প্ৰকাশ কৰিছো।

তুৰা, ৩১।১০।৫৭

অসমীয়া, বঙালী, ইংৰাজী সকলো বিধৰ পুথিকে
আমি যুগুত ৰাখো। যাক যি লাগে
ততালিকে পঠাও। কেটেলগৰ কাৰণে
আমালৈ লিখক।

চপলা বুক ষ্টল—শ্বিলং

অধ্যাপক হাজৰিকাদেৱৰ

# —ঃ মাতৃ-পূজাৰ অৰ্ঘ্যঃ—

অলপতে ছপা হৈ ওলাইছে

**জাতীয়-সঙ্গীত**

বাছকবনীয়া, মনমোহা, অসমীয়া জাতীয় গীতৰ
সক সংগ্ৰহ। এই কণীয়া গীতবোৰ অসমীয়া
মাত্ৰেৰে মুখে মুখে থকা উচিত। মূল্য ১৲

**অশ্ৰু-অৰ্ঘ্য**

মহাকবি ছেক্সপীয়েৰৰ 'ৰজা লিয়েৰ' নাটৰ
অসমীয়া ৰূপান্তৰ। অধ্যাপক ৰায়াহন ছাহৰ
বিশ্লেষণ-পৰ্ণ পাণ্ডুলি বিশেষত্ব।

—ঃ নাটকাৱলী ঃ—

১। নৰকাসুৰ ২। বেউলা ৩। কুৰুক্ষেত্ৰ ৪। কনৌজ-কুঁৱৰী
৫। নন্দ-দুলাল ৬। শ্ৰীৰামচন্দ্ৰ ৭। সাবিত্ৰী
৮। মজিয়ানা ৯। চম্পাৱতী ১০। শকুন্তলা
১১। কল্যাণী ১২। বণিজ-কোঁৱৰ
১৩। ছত্ৰপতি শিৱাজী
১৪। অশ্ৰু-তীৰ্থ আদি

—ঃ কবিতাৱলী ঃ—

১। পাঞ্চজন্য ২। দীপালী ৩। মুকুতামালা
৪। মণিমালা ৫। জাতীয়-সঙ্গীত

—ঃ শিশু-সাহিত্যাৱলী ঃ—

১। সৰল ইংলণ্ড-বুৰঞ্জী ২। সোণালী-পাঠ (৩য় ভাগ)
৩। সোণালী-পাঠ (৪ৰ্থ ভাগ) ৪। সোণালী পাঠ (৫ম ভাগ)
৫। কথা কীৰ্ত্তন ৬। কথা দৰ্শন (১ম ভাগ)
৭। নীলা চৰাই আদি

চপলা বুক ষ্টল—শিলং ২। বৰুৱা এজেন্সি—গুৱাহাটী